# অংকুৰ

সম্পাদনা

অজিত কুমাৰ ভূঞা

গুৱাহাটী বুক ষ্টল

শিলপুখুৰী, গুৱাহাটী-৭৮১০০৩ : দিছপুৰ, গুৱাহাটী-৭৮১০০৬



ANGKUR

A Collection of Assamese Short Stories edited By A. K. Bhuyan and Published by Bangshidhar Sarmah, M/s. Gauhati Book Stall. Gauhati-3.
Price Rupees five only.



॥ প্ৰকাশক : শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩ ॥
॥ প্ৰথম প্ৰকাশ : মাৰ্চ, ১৯৭৮ চন ॥
॥ বেটুপাতৰ ছবি : ৰাজেন হাজৰিকা ॥

॥ ছপা : শ্ৰীনিৰঞ্জন চৌধুৰী ● ৰঘুনাথ প্ৰেছ ● বিবেকানন্দ ৰোড ● কলিকতা-৬ ॥
॥ মূল্য : পাঁচ টকা মাথোন ॥

॥ আমাৰ স্বীকৃতি ॥

নতুন লেখকৰ গল্প সংকলন এটা উলিয়াবলৈ প্ৰকাশক আগবাঢ়ি অহাতো অসমত প্ৰায় ভাবিব নোৱাৰা কথা। তেনেস্থলত এই সংকলনটো কেনেকৈ সম্ভৱ হ'ল! প্ৰথমে মোক কথাটো কৈছিল অগ্ৰজপতীম সাহিত্যিক শ্ৰীযুত মেদিনী চৌধুৰীয়ে। তেখেতেই প্ৰথম গুৱাহাটী বুক ষ্টলৰ স্বত্বাধিকাৰ শ্ৰীযুত বংশীধৰ শৰ্মাৰ লগত কথা হৈছিল আৰু শ্ৰীযুত শৰ্মাই তেনে ধৰণৰ ইচ্ছা প্ৰকাশ কৰাৰ কথা কৈ মোক সম্পাদনাৰ দায়িত্ব বহন কৰাৰ কথা কৈছিল। এনে ধৰণৰ চিন্তা এটা ময়ো বহুদিনৰ পৰাই কৰিছিলো যদিও নিৰাশ প্ৰায় হৈছিলো। শ্ৰীযুত শৰ্মাই এনে ইচ্ছা প্ৰকাশ কৰাত স্বাভাৱিকতেই আনন্দিত হৈছিলো। সেয়ে এই বিষয়ত প্ৰথমে এই দুয়োগৰাকী ব্যক্তিৰ কথাই মনত ৰাখিব লাগিব।

সংকলনটোৰ কামত বিভিন্ন প্ৰকাৰে সহায় আৰু পৰামৰ্শ আগবঢ়োৱাৰ বাবে সৰ্বশ্ৰী সদা শইকীয়া, নবীন বৰুৱা, জ্যোতি শইকীয়া, তীৰ্থ ফুকন, ৰবীন্দ্ৰ বৰা, নগেন ভট্টাচাৰ্য, ভূপেন চক্ৰবৰ্তী, পুতুল হাজৰিকা, ৰাইছকুৰ্নী বৰা, পুতুল দাস, নিশা বৰবৰুৱা আৰু হেমলতা দাসৰ শলাগ ললো। বেটুপাত আঁকিছে গুৱাহাটী আৰ্টিষ্ট গীল্ডৰ হৈ ডেকা শিল্পী শ্ৰীৰাজেন হাজৰিকাই। হাজৰিকা নীৰৱ শিল্পী। বন্ধু হাজৰিকালৈ অশেষ ধন্যবাদ।

॥ সম্পাদক ॥

॥ সংকলন প্ৰসংগ ॥

সাহিত্য কোনোটি কালেই প্ৰচলিত ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থাৰ পৰা বিচ্ছিন্ন হৈ থাকিব পৰা নাই ; বৰং সাহিত্যত ইবিলাকৰ ভাবগত প্ৰতিফলন ঘটি আহিছে। বৰ্তমান আমাৰ দেশৰ সাহিত্যতো শ্ৰেণী বিভক্ত সমাজত অন্তৰ্নিহিত হৈ থকা দ্বন্দ্বৰ ভাবগত আত্মপ্ৰকাশ ঘটিছে! সেয়েহে সাহিত্যৰ ক্ষেত্ৰত বিক্ষিপ্তভাৱে হীনদেড়ি থাকিলেও বহলভাবে দুটা ধাৰা আমাৰ পৰিলক্ষিত হৈছে। এটা জীৱন বিমুখ ভাববাদী ধাৰা আৰু আনটো জীৱন-ভিত্তিক বাস্তৱবাদী ধাৰা। জীৱন বিমুখ ভাববাদী ধাৰাটোৰ উদ্দেশ্য হ'ল—শিল্পৰ বাবেই শিল্পৰ সৃষ্টি কৰিব লাগে, সাহিত্যৰ বাবেই সাহিত্যৰ সৃষ্টি কৰিব লাগে। বিপৰীতক্ৰমে জীৱন-ভিত্তিক বাস্তৱবাদী ধাৰাটোৰ লক্ষ্য হ'ল—মানুহৰ বাবে শিল্প সাহিত্যৰ সৃষ্টি কৰা। এই ধাৰা দুটাক প্ৰতিক্ৰিয়াশীল আৰু প্ৰগতিশীল বুলিও আখ্যা দিয়া হয়। কিন্তু আমি মনত ৰখাটো উচিত হব যে বাচ-বিচাৰ নোহোৱাকৈ এনে বিশেষণ প্ৰয়োগ কৰাটো সুশ্লীল নহয়। এই ধাৰা দুটা সুস্পষ্ট ৰূপ ধাৰণৰ পথত আগবাঢ়িছেহে মাথোন। গতিকে কোনজন সাহিত্যিক কোনটো ধাৰাত পৰে তাক চকুৰ পচাৰতে নিৰ্ধাৰণ কৰাটো বিপদজনক হব পাৰে। সামাগ্ৰিকভাবে সমস্ত দিশ বিচাৰ কৰিহে প্ৰত্যাখ্যান বা গ্ৰহণ চূড়ান্তভাৱে হোৱা উচিত। কিন্তু এই কথা ঠিক যে যি সাহিত্যই স্থিতাৱস্থাক মহীয়ান কৰিবলৈ বিচাৰে সেয়া নিতান্তই প্ৰগতি-বিৰোধী সাহিত্য আৰু সেই দেখি এনে ধৰণৰ সাহিত্যক প্ৰতিক্ৰিয়াশীল বুলি আখ্যা দিলে 'নহয়' বুলি কোৱাৰ আৰু থল নাথাকিব। আনহাতে যি সাহিত্যই মানুহৰ অগ্ৰগতিৰ পথ দেখুৱাই দিয়ে, মোহান্ধতা আৰু সংস্কাৰৰ বেহু ভেদ কৰি সত্যৰ সন্ধেদ দিব পাৰে সেই সাহিত্যই হৈছে প্ৰগতিৰ সাহিত্য, প্ৰগতিশীল সাহিত্য। খণ্ডিত জীৱনৰ ব্যক্তি-কেন্দ্ৰিক চিন্তা-ভাৱনাৰ মায়া-চক্ৰত মোহাচ্ছন্ন হৈ যি সাহিত্যৰ সৃষ্টি কৰা হয় সেই সাহিত্যই স্থিতাৱস্থা বাহাল ৰখাত সহায় কৰাৰ বাহিৰে আন কোনো উদ্দেশ্য সাধন কৰিব নোৱাৰে। সেই গতিকে এনে ধৰণৰ সাহিত্যকে প্ৰতিক্ৰিয়াশীল বুলিব পাৰি। পোনপটীয়াকৈ কবলৈ গলে প্ৰগতিশীল সাহিত্য হৈছে সমাজ সচেতন সাহিত্য আৰু প্ৰগতিশীল সাহিত্য হৈছে ব্যক্তিকেন্দ্ৰিক তথা সমাজ-বিমুখ সাহিত্য। বৈজ্ঞানিক দৃষ্টিৰে কবলৈ গলে এখন শ্ৰেণীবিভক্ত সমাজত সমাজ সচেতন সাহিত্যই শোষিত শ্ৰেণীৰ আশা-আকাঙ্খাৰ প্ৰতিচ্ছবি দাঙি ধৰে। বিপৰীতক্ৰমে প্ৰতিক্ৰিয়াশীল সাহিত্যই শোষক শ্ৰেণী আৰু শোষণমূলক ব্যৱস্থাৰ স্বাৰ্থহে পূৰণ কৰে।

অসমীয়া সাহিত্যত ষাইকৈ ষাঠি দশকৰ অন্ত আৰু সত্তৰ দশকৰ আদি ভাগত যথেষ্ট সংখ্যক সমাজ সচেতন লিখক ওলাইছে। অতিশয় কঠোৰভাৱে বিচাৰ কৰিলে হয়তো এওঁলোকৰ ভালেমানৰেই দৃষ্টিভঙ্গীত এতিয়াও বিজ্ঞানসম্মত ৰূপৰেখা পৰিলক্ষিত নহব পাৰে, কিন্তু মূলতঃ সমাজ সচেতনতা যৎকিঞ্চিতভাৱে হলেও যদি এওঁলোকৰ সৃষ্টিত প্ৰতিফলিত হৈছে, কটকটীয়া শ্ৰেণী বিশ্লেষণেৰে এওঁলোকক প্ৰগতিশীল নহয় বুলি আওহেলা বা প্ৰত্যাখ্যান কৰাটো সমীচীন নহয়। বৰং এওঁলোকে বহন কৰি অনা প্ৰতিশ্ৰুতিক অনুকূল প্ৰেৰণাৰে উজ্জীৱিত কৰি তুলিব লাগিব। যিহেতু কোনো এটা মতবাদ চিৰ অপৰিবৰ্তনীয় ধৰ্ম হিচাপে গ্ৰহণ কৰাটো মূঢ়তা মাথোন। সেই গতিকে সামাজিক তথা অৰ্থনৈতিক ন্যায়কামী লিখকসকলে ভিন্ন পন্থাৰ ইঙ্গিত সাহিত্য কৰ্মত প্ৰকাশ কৰিলেও তাক দোষণীয় বুলি প্ৰত্যাখ্যান কৰাটো অবান্তৰ হ'ব। দেশ কাল পাত্ৰ ভেদ একেই উদ্দেশ্য সাধনৰ পথো সুকীয়া যে হব পাৰে তাত জানো সন্দেহ আছে? এহাতে বিতৰ্কৰ ব্যাপক থল থকা এনে এটা বিষয় বস্তুৰ জটিলতালৈ লক্ষ্য ৰাখি আৰু আনহাতে অসমীয়া গল্প সাহিত্যৰ নতুন সুঁতি এটাৰ যৎকিঞ্চিৎ আভাস পঢ়ুৱৈসকলৰ আগত দাঙি ধৰি নতুন গল্পকাৰসকলক প্ৰেৰণা যোগোৱাৰ মনোবলেৰে—এই গল্প সংকলনটি প্ৰকাশ কৰা হৈছে। প্ৰতিশ্ৰুতি-সম্পন্ন কোনো গল্পকাৰ যদি সংকলনটিৰ পৰা বাদ পৰি গৈছে সেয়া আমাৰ ইচ্ছাকৃত ভুল নহয় বুলি ধৰি পঢ়ুৱৈসকলে আমাক মাৰ্জনা কৰে যেন। ইতি—

অজিত কুমাৰ ভুঞা

ইয়াত আছে :



# এৰাতিৰ সপোন-বিলাস

দেৱব্ৰত দাস

খিৰিকী কাষৰ এজনীয়া চিট দুটা জোবাদি পতা বিছনাখনৰ একোণত বহি থুতৰিত হাত, চকু বাহিৰত। চকুৰ উদাসীনতাক বিষণ্ণতাও বুলিব পাৰি নেকি? ডবাটোৰ ভিতৰত কোনে কি কৰি আছে তাৰপিনে অকণো কৌতূহল নাই। শাড়ীৰ অদৰ্কাৰী আচলখন কান্ধৰ ওপৰেৰে টানি লোৱা। শৰীৰৰ উৰ্দ্ধাংশ কৃপণতাৰে ঢাকিলৈ থোৱা। আনকি ভৰিৰ পতাখনো শাড়ীৰ পাতলিৰ এন্ধাৰত। অলস ঔদাৰ্য্য তাইৰ সম্পূৰ্ণ অৱস্থিতিত। অৱয়ৱত এটা সমৰ্পণৰ ভাব। ডবাটোৰ ভিতৰত থিতাপি লৈ উঠাৰ পিচত প্ৰথমবাৰৰ বাবে তাইক মন দি চাওঁতেই তাইৰ মুখত ফুটি উঠা চৰম সমৰ্পণৰ ভাবটোৱে মোক আকৃষ্ট কৰে। মই মনে মনে ঠিক কৰোঁ কেতিয়াবা তাইক লৈ গল্প লিখিলে তাইৰ নাম থম—অৰ্পিতা। অৰ্পিতা কি? গাংগুলী, আচাৰ্য্য, ৰায় নে মজুমদাৰ? কাৰণ ইতিমধ্যে তাইৰ দেউতাকৰ মুখত বঙালী মিহলি হিন্দী (ভাত আনি দিয়া খানচামাটোৰ সৈতে হোৱা মাছৰ স্বাস্থ্য সম্পৰ্কীয় উত্তপ্ত বিতৰ্কৰপৰা) শুনি মই নিশ্চিত যে ছোৱালীজনী অসমীয়া নহয়, বঙালী। অসমীয়াই হওক বা বঙালীয়েই হওক বা হিন্দুস্তানীয়েই হওক, তাই মূলতঃ এজনী ছোৱালী, মোটামুটিকৈ ধুনীয়া এজনী ছোৱালী আৰু তাই বৰ্তমান নিজতে মগন, অন্য এক পৃথিৱীত বিচৰণৰতা, পাৰিপাৰ্শ্বিকৰ প্ৰতি সম্পূৰ্ণ অজ্ঞাতসাৰ, চুপচাপ। খিৰিকীৰে বাহিৰৰ এন্ধাৰত এনে এক বিন্দুত মনোনিবেশ কৰাত তাই ব্যস্ত যাক অতি সহজে ইন্‌ফিনিটি নাম দিব পাৰি। তাইৰ এই অন্যমনস্ক সৌন্দৰ্য্যই চুম্বকৰ দৰে মোৰ মনৰ কৌতূহলী অংশটোক টানি নিলে। মই চাৰমিনাৰ হুপি হুপি তাইৰ পিনে একেথৰে চাই পৰি ৰলোঁ মোৰ বাবে নিৰ্দিষ্ট থ্ৰি টায়াৰৰ মাজৰ বিছনাখনত। এনেতে কিৰণে ৰাথৰুমৰপৰা উভতি আহি মোৰ মনোনিবেশ ভাঙিলে—"কি অ' তই এতিয়াই লাং খালি চোন? ইমান সোনকালে শোৱনে?"

এই গল্পটো আচলতে মোৰ আৰু অৰ্পিতাৰ গল্প। মই নায়ক, অৰ্পিতা নায়িকা। আমাৰ বাহিৰে আন কাৰো কথা এই গল্পত থকা অনুচিত। অথচ দিগদাৰী এইখিনিতে যে ঘটনা বৰ্ণাবলৈ হলে অৱশ্যম্ভাৱীভাৱে কে'টামান অদৰ্কাৰী চৰিত্ৰ আহি পৰে, যাৰ উপস্থিতি গল্পটোত হয়তো সিমান দৰ্কাৰী নহয় অথচ ইহঁতৰ কথা নকলেও ঘটনাটো পোনপটীয়াকৈ বৰ্ণাব নোৱাৰি। এনেকুৱা অদৰ্কাৰী অনাহূত চৰিত্ৰবোৰৰ এটা হ'ল মোৰ বন্ধু কিৰণ দেৱনাথ। একে অফিচতে কাম কৰোঁ আৰু অফিচৰ কামতেই আমি এয়া ট্ৰেইনত উঠি আন এখন চহৰলৈ গৈ আছোঁ। হঠাতে যাবলগীয়া হ'ল, ইপিনে ৰিজাৰ্ভেচন নাই। গতিকেই দৰ্কাৰ পৰিল দুই নম্বৰ অদৰ্কাৰী চৰিত্ৰৰ মানে কৃষ্ণৰ। আমাৰ চুবুৰীৰে কৃষ্ণ, তেনেই ডেকা ল'ৰা। অলপতে এন, এফ ৰেলৱেত সোমাইছে, এতিয়া টি. টি. আই। ষ্টেচনত তাক দেখা পায়েই মোৰ মন উৎফুল্ল, হেঁচাঠেলাকৈ যাব নেলাগে আজি; কৃষ্ণ থাকিলে বহিবলৈ ৰিজাৰ্ভেচনত চিট দুটা অন্ততঃ পাম। ভাগ্যে দেখা গ'ল সেইদিনা ট্ৰেইনত ভীৰ এনেয়ে সেৰেঙা আৰু কৃষ্ণই আমাৰপৰা টিকেট দুটা লৈ ইপিনে সিপিনে ঘূৰি আমাক থ্ৰি টায়াৰ ডবাটোৰ দুটা চিট মানে দুখন বিছনা যোগাৰ কৰি দিলে। এৰাতিৰ বাবে শুবলৈ চাৰে পাঁচ টকাকৈ দুটা চিটত এঘাৰ টকা হয়। মই তাক তিনিখন পাঁচটকীয়া নোট দিলোঁ। সি মোক ভঙনীয়া-থিনি ওভতাই দিবলৈ পাহৰিলে। ট্ৰেইন ষ্টেচন এৰাৰ কিছু পিছত ক'লা ইউনিফৰ্ম পিন্ধা আন এজন টিকেট চেকাৰে আমাক ৰিজাৰ্ভেচনৰ স্লিপ এখন লিখি দি গ'লহি। এইটো গল্পৰ চাৰি নম্বৰ আৰু শেষ অদৰ্কাৰী চৰিত্ৰ। কিৰণৰ বাহিৰে আনকেইটাৰ চৰিত্ৰৰ উল্লেখো ইয়াতেই শেষ।

অৰ্পিতাৰ দেউতাকে খানচামাটোৰ সৈতে বহুতোপৰ তৰ্ক-বিতৰ্ক কৰাৰ পিছত তেতিয়াও বাহিৰলৈ চাই থকা জীয়েকক সোনকালে শুবলৈ আৰু আন আন কিবাকিবি উপদেশ দি আৰু উত্তৰত হুঁ, হুঁা আদি মনোচিলেবল শুনি জীয়েকৰ বিছনাৰ ওপৰৰ বাংকত উঠি অলপ পিছতে নাকেৰে প্ৰমাণ দিলে যে তেওঁ দুৰ্ঘোৰ টোপনিত।

কিৰণক কলোঁ যে কাইলৈ যথেষ্ট কাম কৰিবলগীয়া আছে। চহৰখনত আমাৰ অফিচৰ শাখা অফিচটোৰ সমস্ত ডকুমেণ্ট, ফাইল-পত্ৰ চালি-জাৰি লব লাগিব। আজৰি সময় পোৱা যায় নে নেযায় তাৰ ঠিকনা নাই। গতিকে আড্ডা দি আধা ৰাতি শেষ কৰাতকৈ থ্ৰি টায়াৰত ঠাই পাইছোঁ যেতিয়া সোন-কালে শুই পৰাই বুদ্ধিমানৰ কাম। কিৰণে ভাল ল'ৰাৰ দৰে মোৰ উপদেশ মানি



মোৰ তলৰ বাংকটোত ততালিকে শুই পৰিল। সঁচা কথা কবলৈ হলে মোৰ তেতিয়ালৈ অকণো টোপনি ধৰা নাছিল; ইচ্ছা কৰা হলে অথবা আন ঠাইত হোৱা হলে কিৰণৰ সৈতে মই আৰামত এঘণ্টা দুঘণ্টা আড্ডা দিলোহেঁতেন। কিন্তু ঠিক সেইটো পৰিবেশত এজনী ধুনীয়া ছোৱালীৰ বিষণ্ণ আকৰ্ষণীয়তা এক মনে উপভোগ কৰাৰ লোভত মই কিৰণৰ দৰে মোৰ প্ৰিয় বন্ধুৰ উপস্থিতি পৰ্য্যন্ত অস্বীকাৰ কৰি পেলালোঁ। মুহূৰ্ততে মই স্বাৰ্থপৰ হৈ উঠিলোঁ একমাত্ৰ অৰ্পিতাৰ বাবে, অৰ্পিতাৰ নীৰৱ অথচ অসহ্য উপস্থিতিৰ বাবে। কোঠাটোৰ প্ৰায়ভাগ মানুহেই ইতিমধ্যে শুই পৰিছে বা শুবলৈ যোজা কৰিছে। অথচ এই ছোৱালীজনাৰ চকুত টোপনি নাই। থুতৰিত হাত, কিলাকুটি আঠুত, ভৰি দুখন ভাঁজ কৰি লোৱা, ভৰিৰ পতাকেইখনো শাড়ীৰ ভিতৰত। তাই আগৰ দৰেই একেথৰে বহি আছে—দৃষ্টি বহিৰৰ এন্ধাৰত নিবদ্ধ। তাই যেন দুখৰ এক গভীৰ সমুদ্ৰত নিমগ্ন।

মৌন উপস্থিতি কেনেকৈ ইমান সৰৱ হ'ব পাৰে তাকে ভাবিছোঁ মই। একেথৰে তাইৰ পিনে চাই আছোঁ সন্মোহিত হৈ। কি দুখত, কি চিন্তাত, কি গভীৰ সমস্যাৰ বাবে তাইৰ এই উৰ্মিলা ৰূপ। এই সাঁথৰটোৰ জঁট ভাঙিবৰ চেষ্টা কৰি আছোঁ মনে মনে।

প্ৰথমে ঠিক কৰিলোঁ অৰ্পিতাৰ কোনোবা সম্বন্ধীয় প্ৰিয়জনৰ মৃত্যু ঘটিছে অলপতে ( মাকৰ ? বায়েকৰ ? )। পিছ মুহূৰ্ততে মোৰ মনত পৰিল খানচামাৰ সৈতে দেউতাকৰ অদৰ্কাৰী তৰ্ক-বিতৰ্ক, গালাগালি। মৃত্যু হোৱাজন অৰ্পিতাৰ সম্বন্ধীয় হলে স্বতঃসিদ্ধভাৱে দেউতাকৰো সম্বন্ধীয় হবই। কিন্তু কোনো আপোন-জনৰ মৃত্যু হোৱা হলে কোনোৱেই অৰ্পিতাৰ দেউতাকৰ দৰে খানচামাটোৰ সৈতে তেনে ধৰণে লম্ফ-জম্ফ কৰি কাজিয়া কৰিব নোৱাৰিলেহেঁতেন। এতেকেই বুজা গ'ল মোৰ প্ৰথম অনুমান ভুল। তাইৰ কোনো ওচৰ সম্বন্ধীয়ৰ বিয়োগ ঘটা নাই। তেন্তে অৰ্পিতাই অলপতে ইউনিভাৰ্চিটিৰ কিবা পৰীক্ষাত ফেল কৰিছে নেকি ? কিন্তু উঁহো, এই কে'দিনৰ ভিতৰতচোন কোনো পৰীক্ষাৰ ৰিজাল্ট ওলোৱা নাই। কিন্তু কিয় ? কিয় অৰ্পিতা আজি এই নিৰৱ ৰাতি ট্ৰেইনৰ ঝিক্ ঝিক্ শব্দৰ মাজত, ডবাত শুই থকা আন আন যাত্ৰী-বোৰৰ নিঃশব্দ উপস্থিতি আওকাণ কৰি এনে উদাসীনা, বিষণ্ণবদনা ? তাইৰ বেদনা নিতান্তই ব্যক্তিগত নেকি ? যেনেকৈ ধৰা যাওক কোনোবা চতুৰ প্ৰেমিকে হেজাৰ ৰঙীন অঙ্গীকাৰ, নিৰবিচ্ছিন্ন প্ৰেমৰ প্ৰতিজ্ঞা তুচ্ছতাৰে ভাঙি দূৰলৈ

আঁতৰি গৈছে তাইৰপৰা অথবা তাইৰ বিবাহ প্ৰস্তাৱত কিবা বিঘিনি ঘটিছে? অলপতে? নে মাক-দেউতাকৰ সাধৰ কোনোবা পাত্ৰই তাইক দেখি পছন্দ কৰিও অসম্ভৱ এটা পৰিমাণৰ ধনপণ দাবী কৰি বহি আছে যাৰ ফলত তাইৰ পতিগৃহে গমন সম্পূৰ্ণ অসম্ভৱ? কি? কি তাইৰ সমস্যা? আচলতে ক'ত তাইৰ দুখৰ পেৰাৰ চাবি? বৰ্তমানৰ প্ৰতি তাইৰ অনাস্থাৰ সূত্ৰ, তাইৰ বহি থকাৰ ভংগীতে, তাইৰ প্ৰতি মৰ্মন্তুদ অবিচাৰৰ প্ৰতি যি অভিমান তাৰ উৎস সেই সুগভীৰ দুখৰ কস্তুৰীৰ প্ৰকৃতি স্বৰূপ কেনেকুৱা তাৰ বিভিন্ন অন্টাৰনেটিভে মোৰ মগজ তোলপাৰ লগাই থাকিলেও কেতিয়া কব নোৱাৰোঁ। মোৰ দুচকু এসময়ত জাপ খাই আহিল টোপনিত।

তেতিয়াও অৰ্পিতা আগৰ দৰেই একেথৰে বহি চাই আছে খিৰিকীৰে বাহিৰলৈ। বহুত আগেয়ে ডবাটোৰ লাইটবোৰ গুমাই দিয়া হৈছে। মাজে মাজে নীলা বাল্‌বোৰ জ্বলি আছে। ডবাটোত নীলা আলোক। নীলা হেনো বিষাদৰ ৰং মোৰ এজন চিত্ৰকৰ বন্ধুৱে কৈছিল এদিন। নীলা ৰং গালেমুখে সানি লৈ ছোৱালীজনী বহি আছিল এটা অলস অসাৰধান ভংগীত। সেইদিনালৈ ৰাতি শোৱাৰ আগেয়ে এইটোৱে মোৰ শেষ স্মৃতি—নীলা ৰং আৰু অৰ্পিতা। বিষাদ আৰু অৰ্পিতা। মই শুই পৰিলোঁ।

সেই ৰাতি মোৰ দুবাৰ টোপনি ভাগিছিল। প্ৰথমবাৰ এটা অদ্ভুত শব্দ শুনি মই উঠি পৰোঁ। এটা ফোপনিৰ শব্দ। শব্দটো অৰ্পিতাৰ বিছনাৰপৰা, চকু মেলি চাই দেখোঁ বেৰৰ পিনে মুখ কৰি শুই আছে আৰু ফোঁপাই ফোঁপাই উচুপি আছে। (নিকট প্ৰিয়জনৰ মৃত্যু? পৰীক্ষাত অসফলতা, ঠগ প্ৰেমিকৰ পৃষ্ঠ-ভংগ নে বিবাহত বিঘিনি? এজনী অচিনাকি ছোৱালীক ৰাতি সকলো শুই থকা অৱস্থাত সান্ত্বনা দিবলৈ যোৱাটো কিমানদূৰ যুক্তিসংগত ঠিক কৰিব নোৱাৰি মই আকৌ টোপনি গলোঁ। তাইৰ উচুপনি বন্ধ কৰিব নোৱাৰাৰ অস্বস্তি এটা মনৰ একোণত বৈ গ'ল।

দ্বিতীয়বাৰ এনেয়েই টোপনি ভাগিল। ৰাতি কেইটা চাবলৈ বাওঁহাতখন দাঙোতেই অৰ্পিতাৰ বিছনাৰ পিনে চকু গ'ল—সৰ্বনাশ বিছনা খালী। এই ৰাতিখন ছোৱালীজনী কলৈ গ'ল? বাথৰুমলৈ? এৰা বাথৰুমলৈ যাব পাৰে। মনৰপৰা উদগ্ৰীৱতা দূৰ হোৱাত কোঠাটোৰ ইপিনে সিপিনে চকু ফুৰালোঁ। অৰ্পিতাৰ দেউতাক টোপনিত লালকাল। কিৰণো। দুই-তিনি মিনিটমানৰ



পিছতো অৰ্পিতা উভতি নহাত এইবাৰ মই বিছনাৰপৰা নামি পৰিলোঁ। বাথৰুমৰ পিনলৈ খোজ ললোঁ।

দৃশ্যটো দেখিয়েই মোৰ বুকুখন চিৰিংকৈ গ'ল। বাথৰুমৰ ওচৰৰ ডবাটোৰ দুৱাৰখন খোলা। দুৱাৰৰ ৰড এডালত খামুচি ধৰি বিপদজনকভাৱে ওলমি আছে অৰ্পিতা। হাতৰ মুঠি অলপ শিথিল হলেই তাই তৎক্ষণাৎ জোৰেৰে বাহিৰলৈ পৰি যাব ঘণ্টাত কমেও চল্লিশ পঞ্চাশ মাইল বেগে ধাবমান ট্ৰেইন-খনৰপৰা। জীৱন আৰু মৃত্যুৰ মাজত ওলমি থকা অৰ্পিতাৰ শৰীৰটো দেখিয়েই প্ৰথম যিটো উপলব্ধিয়ে মোৰ মনত বিজুলীৰ দৰে চাং মাৰি ধৰিলে সেইটো হ'ল —আত্মহত্যা। ছোৱালীজনীয়ে আত্মহত্যা কৰিবলৈ ওলাইছে। অথচ তেতিয়াও মোৰ আৰু তাইৰ মাজত এটা কৰিডৰৰ ব্যৱধান। মই লৰিগৈ তাইক বাধা দিয়াৰ উপায় নাই, তদুপৰি এইমাত্ৰ টোপনিৰপৰা উঠি অহা মোৰ সম্বিত আকস্মিকতে এনে এটা ভয়ংকৰ দৃশ্যৰ সন্মুখীন হৈ হতভম্ব হৈ গৈছে। মই তৎক্ষণাৎ দৌৰি গৈ তাইক যে কোঠাৰ ভিতৰলৈ টানি আনিব লাগে এই দায়িত্বৰ কথা সম্পূৰ্ণ পাহৰি গৈছোঁ মই। এটা কৰুণ মৃত্যুৰ একমাত্ৰ নিৰ্বাক অসহায় সাক্ষীৰ ভূমিকালৈ পৰ্য্যবসিত অসহায় মোৰ চকুৰ সন্মুখতে পিচমুহূৰ্ততে কিন্তু এটা ব্যতিক্ৰম ঘটি গ'ল। দুৱাৰৰ ৰড ডালত খামুচি ডবাৰ বাহিৰত ওলমি থকাৰ পৰা অৰ্পিতা এইবাৰ ভিতৰলৈ সোমাই আহিল। দুয়োহাতেৰে খামুচি ধৰিলে ৰড-ডাল। মুঠি দুটাৰ ওপৰত মূৰটো লুকুৱাই তাই উচুপিবলৈ ধৰিলে। আত্মহত্যাৰ বাবে যিমানখিনি দুঃসাহস দৰ্কাৰ তাৰ অভাৱ বোধ কৰিয়েই নেকি তাই এইবাৰ উচুপিবলৈ ধৰিলে। দুৰ্ঘটনাটো নঘটিল। মোৰ উশাহ-নিশাহ আকৌ আৰম্ভ হ'ল।

ইমানপৰে মূৰ্তিৰৎ থিয়হৈ থকা মই এইবাৰ আগবাঢ়ি গলোঁ। তাইৰ কান্ধত হাত থলোঁ। তাই চকুপানী ভৰা মুখ তুলি মোৰ পিনে চালে। মই মোৰ চকুলৈ যিমান পাৰোঁ কৰুণা, দয়া, স্নেহ আদিৰ ছাপ আনিবলৈ চেষ্টা কৰিলোঁ। আপতাই মোৰ পিনে চায়েই মোক দুহাতেৰে সাবটি ধৰি হুকুহুকাই কান্দিবলৈ ধৰিলে। মোৰ কান্ধখন এতিয়া তাইৰ শৰীৰৰ আশ্ৰয়ত, আৰু মোৰ হৃদয়খন তাইৰ সমস্ত বেদনাৰ। মই আশ্ৰয়দাতাৰ ভূমিকাত অভিনয়ৰ বাবে নিজকে উপযুক্ত কৰিবলৈ প্ৰাণপণে চেষ্টা চলাই গলোঁ। লাহে লাহে তাইৰ চুলিৰ ওপৰেৰে হাত বুলাই গলোঁ, মাজে মাজে তাইৰ কান্ধৰ ওপৰেৰে। তাই তেতিয়া হুকুহুকাই সমস্ত শৰীৰ আৰু বেদনাৰ ভাৰ এজন দয়ালু অচিনাকিৰ আশ্ৰয়ত

এৰি দি তাইৰ সমস্ত অসফলতাৰ বাবে পশ্চাতাপত ব্যস্ত। মই সিমান পৰে এক মহতী আত্মাৰে উত্তীৰ্ণ। মই যেন ধৰাৰ সমগ্ৰ দুখী মানৱাত্মাৰ বেদনা মোৰ বিশাল বুকুৰে শুহি লৈছোঁ এনেকৈয়ে। পৃথিৱীৰ সমস্ত লাঞ্চিত প্ৰৱঞ্চিতজনে যেন মোৰ নিৰ্ভয় আশ্বাসবপৰাই মুক্তিৰ সন্ধান বিচাৰি পাইছে—বিচাৰি পাইছে আত্মহত্যাৰ বিকল্প, নতুন জীৱন ধাৰণৰ বাবে সংগ্ৰামৰ প্ৰস্তুতি। মই আকৌ অৰ্পিতাক জোৰেৰে সাৱটি ধৰিলোঁ। আমাৰ দুয়োৰে মাজত কোনো কৈফিয়ৎ বা আশ্বাসবাণীৰ বিনিময় হোৱা নাই। আমি দুয়োৰে সান্নিধ্যত চুপচাপ। নিশ্চুপ উপস্থিতিয়েই আমাৰ দুয়োৰে বাবে যথেষ্ট। আমি দুয়ো দুয়োকে আকোৱালি লৈ নিৰ্বাক হৈ বলোঁ বাথৰুমৰ কাষৰ কৰিডৰত।

আচৰিত কথা যে ইয়াত এটা ডাঙৰ ঘটনা ঘটি গ'ল অথচ ডবাৰ আন কোনোৱেই একো গমকে নাপালে। মই মোৰ বিছনাৰপৰা আকৌ তাইৰ পিনে চালোঁ। ধুমুহাৰ পিছৰ শান্ত লেণ্ডস্কেপৰ দৰে নিচিন্তভাৱে তাই শুই পৰিছে এক অদ্ভুত সন্তুষ্টিৰ ভাব মুখত লৈ। মোৰ কিন্তু টোপনি নাহিল। গৰম লাগিছিল। পাঞ্জাৱীটো খুলি গাৰুৰ ওচৰত থৈ আকৌ বাগৰ দিলোঁ। পাঞ্জাৱীটোত লাগি থকা অৰ্পিতাৰ লিপষ্টিক, পাউদাৰ আৰু ঘামৰ সানমিহলি গন্ধই মোক আমনি কৰিব ধৰিলে। আকৌ অৰ্পিতাৰ পিনে চকু গ'ল—এটা শিশুৰ দৰে তাইৰ শায়িত শৰীৰটো এতিয়া নিৰ্দোষ সৌন্দৰ্য্য সনা। বেদনাৰ ছাপ নামমাত্ৰও নাই এতিয়া; তাইৰ নিৰ্বিকাৰ আননত গভীৰ প্ৰশান্তি।

নিচেই ৰাতিপুৱাতে আমাৰ গন্তব্য স্থান পালোঁহি। আমি বিছনা-পত্ৰ লৈ নামি গলোঁ। অৰ্পিতাতেতিয়াও নিচিন্তমনে টোপনিত লালকাল। দেউতাকজনে তাইৰ ভৰি পথানত বহি নিৰ্বিকাৰভাৱে মিক্সাৰ হুপি আছে। মই আৰু কিৰণ দুয়ো কুলীটোৰ পিচে পিচে গেট অভিমুখে। হঠাতে কি খেয়াল হ'ল মই এনেয়ে উভতি চালোঁ আমাৰ ডবাটোৰ পিনে। খিৰিকীত অৰ্পিতাৰ মুখ। ইতিমধ্যে টোপনিৰপৰা সাৰ পাইছে অৰ্পিতা; উঠি বহিছে খিৰিকীৰ কাষত। খিৰিকীৰে ঠিক মোৰ পিনে চাই আছে। মই থমকি ৰলোঁ। মই ধৰা পৰি গলোঁ নেকি? তাইৰ চকুৱে চকুৱে পৰিল। তাইৰ মুখত এটা অদ্ভুত অভিব্যক্তি—তাইৰ চকুত কি বাৰু সেয়া? মোৰ বাবে ধন্যবাদ নে মই মনে মনে পলাই অহা বাবে তাচ্ছিল্য উপহাস? দেচিফাৰ কৰিব নোৱাৰিলোঁ তাইৰ দৃষ্টিৰ ভাষা। এই-খিনিতে গল্পৰপৰা মোৰ তথা নায়কৰ প্ৰস্থান। নাই সেয়া সন্দেহৰ কথা। মই হয়তো আত্মহত্যা কৰিবলৈ ওলোৱা অৰ্পিতাৰ লাজখিনি, তাইৰ ভুলখিনি নীৰৱ-



ভাৱে ঢাকিব খুখুজি হুলস্থুল লগাই দিলোহেঁতেন আৰু মোৰ হুলস্থুল শুনি আগপাচ নুগুণি অৰ্পিতাই হয়তো সঁচাসঁচিকৈ চলন্ত ট্ৰেইনৰপৰা জঁাপ মাৰি দিলেহেঁতেন। অৱশ্যে এই আটাইবিলাক নিতান্তই সম্ভাৱনাৰ কথা।

কাইলৈ কিৰণক যেতিয়া এই অদ্ভুত ঘটনাটোৰ কথা কম সি অবাক হৈ যাব। তাৰ টোপনি নভঙাৰ বাবে অথবা ছোৱালীজনীক ভালকৈ লক্ষ্য নকৰাৰ বাবে আপচোচ কৰিব। তাৰ পিছত লাহে লাহে ঘটনাটো পাহৰি পেলাব।

বৰ্ণিত ঘটনাটোৰ বিশ্বাসযোগ্যতা সম্পৰ্কে অকণমান দিগদাৰী থাকি গ'ল। আন সকলোৱে বিশ্বাস কৰিলেও গল্পটো পঢ়ি উঠি কিৰণে কিন্তু অবিশ্বাসৰ হাঁহি মাৰি কব—"ভাল গাজা মাৰিছ দেই—মই তোৰ লগতে থাকিলোঁ অথচ ইমানখন কাণ্ড ঘটি গ'ল ছোৱালীজনীৰ সৈতে, মই তাৰ ভুকে নেপালোঁ। ঘটনাটো ভাল লাগিছে দেই! মই কম, "নহয় নহয়, ঘটনাটো মনে সজা নহয়, সঁচাই ঘটিছিল।" সি কব "ধেৎ গাজা নেমাৰিবি, ঘটনাটো নিশ্চয় তোৰ মনে সজা। নহলে অন্ততঃ ঘটনাটো ঘটাৰ ঠিক পিছদিনাই তই মোক কমচে কম অন্ততঃ কলিহেঁতেন দেচোন।" মই তেতিয়া এটা চালাকী হাঁহি মাৰি তাক উত্তৰ দিম এইবুলি—"বুইছ দোস্ত, মানুহৰ জীৱনত কেতিয়াবা কেতিয়াবা এনে একোটা আপুৰুগীয়া ঘটনা ঘট যায় যিবোৰৰ আবেদন একমাত্ৰ নিজৰ ওচৰতহে, আনকি শ্ৰেষ্ঠতম বন্ধুৰ সৈতেও এনে ঘটনাৰ আমেজ ভগাই লব নোৱাৰি। এতেকেই—"

এসময়ত ছাত্ৰ-জীৱনত এই পৃথিৱীৰপৰা, এই দেশৰপৰা দুখ-দাৰিদ্ৰ্য আঁত-ৰোৱাৰ প্ৰয়াসত যথেষ্ট কিবাকিবি কৰিছিলোঁ—বাগানে বাগানে, কল-কাৰখানাই ঘূৰিছিলোঁ কামৰূপ, লক্ষীমপুৰৰ বানপানী ভাঙি দৰিদ্ৰ খেতিয়ক-শ্ৰমিকৰ মাজলৈ গৈ বিচাৰিছিলোঁ এই দুখৰ উৎস ক'ত? এতিয়া সেইবোৰ লৰা-ধেমালী যেন লাগে। এতিয়া মই চৰকাৰী চাকৰিয়াল। আৱাসত মন মজ্জা বিবেক সকলো বিক্ৰী কৰি দিন পাত কৰি আছোঁ। তথাপি মাজে মাজে দুখী আৰ্ত মানৱতাৰ বাবে কিঞ্চিৎ কৰিবলৈ পালে কিজানি আত্ম সন্তুষ্টি লভিব পাৰোঁ। সেয়ে এই উপৰোক্ত ঘটনাটো গঢ়ি চালোঁ—দুখুনী অৰ্পিতাৰ সান্ত্বনা দাতাৰূপে নিজকে সজাই চালোঁ। কিৰণহঁতে বিশ্বাস কৰক নকৰক গল্পত বৰ্ণোৱাৰ দৰে সেই ৰাতি এনে এক ঘটনা ঘটা হলে মই কিজানি অৰ্পিতাক সান্ত্বনা দিবলৈ পাই গভীৰ প্ৰশান্তি লভিলোহেঁতেন। অৱশ্যে মাজৰাতি একোঠা শুই থকা মানুহৰ অনুপস্থিত উপস্থিতিত এজনী গাভৰুৰ সতে ঠিক তেনেকুৱা ব্যৱহাৰ কৰাৰ সাহস-খিনি মোৰ আছে নে নাই নাজানো।

# এতিয়া ৰাতি পুৱাব

আচ্‌মা আহমেদ

মোৰ চৌপাশে কাৰোবাৰ দ্ৰুত পদশব্দ। কোলাহল।

সেয়া! সেই একেই শব্দ। একেই কোলাহল।

মই শুব পৰা নাই। মোৰ চৌপাশে অহৰহ কিছুমান শব্দৰ অহা আৰু যোৱা। এক অবিচ্ছিন্ন শব্দৰাশিয়ে মোৰ টোপনি কাঢ়ি নিছে। মোক আতংকিত কৰি তুলিছে। কিযে এক হাঁহাকাৰ। মই হাবুডুবু খাইছোঁ। মোৰ উশাহ বন্ধ হৈ গৈছে। ক'ত গ'ল বাৰু মোৰ চিৰ আকাংক্ষিত টোপনিৰ মাদকতা?

এক বন্ধ কোঠাত বন্দী মই। উশাহ লওঁ বুলিলেও উশাহ লব নোৱাৰি। কেৱল শব্দ—কোলাহল। এই যে মানুহজনী—

তাই মোৰ কোঠালৈ সোমাবৰ বাবে আগেয়েও আহিছিল। সেই যে মানুহজনী···? তাই নিৰ্লিপ্ততাৰেই এদিন মোৰ কোঠালৈ সোমাই আহিল। মই আতংকিত হৈছিলোঁ। তাইক মই মোৰ সন্মুখৰপৰা খেদি পঠাইছিলো। এজনী গৰ্ভৱতী তিৰোতা, পকা ধানৰ দৰে তাই স্ফিতোদৰা। তাইক মই বুজাইছিলোঁ। মইতো তাইৰ বাবে মোৰ সোণালী স্বপ্নৰ আশাৰ কাৰেং ভাঙি যাবলৈ দিব নোৱাৰোঁ। মোৰ এটা উজ্জ্বল ভবিষ্যত আছে। মই মোৰ সৰ্বনাশ হ'বলৈ দিব নোৱাৰোঁ। তুমি যোৱা! তুমি আঁতৰি যোৱা···

তপ্ত বতাহ—নিৰুত্তৰ সময়।

তাই চিঞৰি চিঞৰি কৈছিল, তোমালোক নহলেযে মই খাব নোৱাৰো। মোৰ গৰ্ভৰ সন্তানটোৱে তোমালোক নহলে পৃথিৱীৰ মুখ নেদেখিব। তোমালোকৰ সুখ-শান্তি নিহিত হৈ আছে মোৰ সুখ-দুখ, হাঁহি-কান্দোনৰ লগত।

আতংকিত সময়।

অনিচ্ছাসত্বেও মই আগবাঢ়ি যাওঁ। হাত-ভৰিৰ বান্ধোন ঢিলা কৰি দিওঁ। চৌপাশে হাঁহাকাৰ। ক'তো একোকে মনিব নোৱাৰি। শব্দৰাশিয়ে মোক লৈ যায়। মই আগবাঢ়োঁ—।



প্ৰকাণ্ড আঁহতজোপাৰ তলতে ঘৰটো। ঘৰ মানে চালিখন। কেউফালে নলা-নৰ্দমা। আবৰ্জনাৰ দ'ম। এই যে মানুহজনী। গেথাই থকা মানুহজনী—গৰ্ভিনী মানুহজনী—তাইৰ ক্ৰুদ্ধ শব্দই ভাঙি দিয়ে মৌনতা। মানুহজনীৰ চৌপাশ—গোটেই ঠাইডোখৰ দুৰ্গন্ধেৰে আচ্ছাদিত হৈ আছে। এজনী কিন্তুত কিমাকাৰ মানুহ। তথাপিও তাইৰ দৃষ্টিত ৰৌদ্ৰোজ্জ্বল দুপৰৰ কিৰণ। কিযে জিলিমিলি। চালিখনৰ ওপৰখন উৰঁলি গৈছে। মই দেখা মানুহজনী! এয়া যেন মোৰ আই—মোৰ বাইদেউ—মোৰ ভনী—মই যেন এওঁক ক'ৰবাত লগ পাইছোঁ। ক'ৰবাত লগ পাইছিলো—বিহাৰত? টেলেঙ্গানাত? ভিয়েটনামত? অসমত? চৌপাশে হাঁহাকাৰ। টোপাটোপে সৰিছে নিয়ৰ। মানুহজনীৰ কাষত এমাডিমা কেইটামান শিশু। একোডোখৰ ঘাৰ দৰে সিহঁতৰ মলিয়ন কাপোৰবোৰ মাজে মাজে ফাটি সৰি গৈছে। সৰি গৈছে সিহঁতৰ হাত—ভৰি—বুকু—পিঠি—পেট—সকলো।

সেয়া, মই যে সেই সিহঁতৰ কথা ভাবিলো, সেই ভাৱনাই মোক লৈ গল সেই শব্দৰ ভীৰলৈ—আতংকিত শব্দৰ মাজলৈ।

ক'ৰবাত যেন বতাহ বলিছে। কোবাল নদীৰ সোঁতে পাৰাপাৰ ওপচাই বৈ গৈছে। কেৱল শব্দ···। ঢিমিক-ঢামাককৈ জ্বলি থকা চাকিটোৰ পোহৰত মই মানুহজনীলৈ চালোঁ। এছাটি শীতল বতাহ বৈ যোৱা হলে! তাইৰ শৰীৰত চাকিৰ পোহৰবোৰ পকা আঙঠা হৈ নাচে—নাচি আছে।

মই আহিব পৰা হলে। নাই। নাই। মই উভতিব নোৱাৰোঁ। জুইতকৈয়ো তপত তাইৰ নিশাহ। মই মানুহজনীৰ ওচৰত বহোঁ। ইতিমধ্যে মানুহজনীক বেঢ়ি লৈ আৰু বহুত মানুহ বহি আছে। মানুহৰ অসংখ্য কথাত মই হেৰাই যাওঁ। আচলতে উপযুক্ত পথ্য, উপযুক্ত আহাৰ পোৱা হলে এনে নহ'লহেঁতেন। প্ৰাণান্তক পৰিশ্ৰম কৰিও মানুহজনীয়ে এমুঠি আহাৰ, অকণমান আশ্ৰয় বিচাৰি নাপালে। মোৰ বুকুত হাতুৰিৰ কোব। অৱশেষত তাই এই চালিডোখৰতে বাগৰি পৰে। ৰ'দ-বৰষুণ নেওচি কৰা শ্ৰমৰ ক্লান্তিয়ে অৱশ কৰি তোলে। বানপানী, মাৰি-মৰক, আকাল-দুৰ্ভিক্ষ, দৌৰাত্ম্য—দুৰ্দশা সকলো আজি একাকাৰ হৈ গ'ল।

মোৰ বুকুত এখন কোবাল নদী। বিশাল অৰণ্যানি ভাঙি মানুহজনীৰ কাষত বহি থকা কোনোবা এগৰাকীয়ে পৰমেশ্বৰক স্মৰণ কৰিবলৈ কৈছে। যন্ত্ৰণাকাতৰ মানুহজনীয়ে সেই কথা শুনা নাই। তেলৰ চাকিটোত আৰু অলপ

তেল বাকি দিয়া হ'ল। মানুহজনীয়ে চকু মেলি চালে। জুই ফুল ফুলাৰ বাতৰি! কাষতে থকা ঘৰটোৰপৰা পাণদোকানীৰ সৰু ল'ৰাটোৱে নেওঁতা পঢ়া শব্দ ভাহি আহিছে। সেয়া—সেয়া একে একে, দুই দুইয়ে—। মানুহজনীয়ে নেওঁতা পঢ়া ল'ৰাটোৰ মাত নিতাল মাৰি শুনিছে।

সেয়া—সেই একেই শব্দ। কোলাহল।

মোৰ চৌপাশে নিবন্ধ অন্ধকাৰ।

ক'ত গ'ল বাৰু আকাংক্ষিত জীৱনৰ মাদকতা?

সেই যে মানুহজনী! বিভিন্ন আলোচনা-বিলোচনা চলি আছে গোটা খোৱা মানুহবোৰৰ মাজত। আচলতে তাই হেনো ভাল মানুহ নহয়। নহলেনো এই ৰাতিখন—এই চালিখনত এনেকৈ…

আতংকিত সময়। ক্ষুধাৰ্ত বাঘিনীৰ আস্ফালন। মানুহজনীয়ে দৃঢ় কণ্ঠে কৈছে—যি সন্তান আজি ভূমিষ্ঠ হ'ব সি কেতিয়াও জাৰজ নহয়। কোনেও যেন ভুল নুবুজে। কণ্ঠত কোনো জড়তা নাই। আবেগ নাই। মানুহৰ মাজত কথোপকথন। এই মানুহজনীৰ প্ৰথম সন্তানটো হেনো জন্ম হৈছিল নদীৰ পাৰত। আজিৰ দৰে তাই হেনো ইমান দুখ কান্ধ পাতি লব লগা নহৈছিল। তেতিয়াতো তাইৰ আছিল অখণ্ড প্ৰতাপ। তাইৰ কোমল হাতৰ পৰশত গৰ্ভিনী হৈছিল বসুন্ধৰা। মুকলি আকাশ, প্ৰবাহিত নদীৰ সোঁতে প্ৰেৰণা যাচে।

মানুহবোৰৰ কথোপকথন তীব্ৰৰপৰা তীব্ৰতৰ হৈছে, উচ্চৰপৰা উচ্চতৰ হৈছে। কোনে বাৰু কাৰ কথা শুনিব—কোনে বাৰু কাৰ কথা শুনিছে? মই নিৰ্লিপ্ততাৰে শুনো। এই মানুহবোৰৰ কথাবোৰ নিৰলে শুনিবলৈ মন যায়। কিন্তু কেনেকৈ? কাক মই মোৰ কাষলৈ মাতি আনো—কাক মাতি আনিম? কাক মই বিশ্বাস কৰিম? কাকো ভালকৈ, পূবাকৈ, নিৰ্ভয়তাৰে দেখোন বিশ্বাস কৰিবও নোৱাৰি। এই যে কিছুমান অদৰ্কাৰী সীমা—বেৰিয়াৰে মোৰ মনটোক টানি লৈ যাব খোজে—মোক পলুৱাই নিব বিচাৰে—কিয়—কিয় বাৰু? মানুহবোৰৰ মাজত আকৌ কথোপকথন। মানুহজনীয়ে ভাবিছিল কৰ্মক্ষম স্বামী আৰু পুত্ৰই তেওঁৰ জীৱন সুন্দৰ কৰিব—আৰু অধিক সুন্দৰ। সকলো ভুল হ'ল, খেলিমেলি হ'ল। লাহে লাহে সকলো সন্মান মাটিত লুণ্ঠিত হ'ল। তেওঁ পদানত হ'ল।

শৰতৰ সুঘ্ৰাণ, নদীৰ কুলুকুলু সুৰ ক'লৈ গ'ল? ক'লৈ গ'ল বাৰু সেই সুনীল আকাশ? মুকলি পৃথিৱী? প্ৰাণোচ্ছল গতি?



মৌজাদাৰৰ ঘৰৰ হালোৱা সোমোৱা স্বামীৰ চকুলৈ মানুহজনীয়ে চাব পৰা নাই। থমকি ৰয় সময়। ক'ত গ'ল উদ্যম—সেই স্বাধীনতা? মৌজাদাৰ চলিহাৰ ঘৰৰপৰা ভাহি আহে কোলাহল। উত্তাল—বেসুৰা গীতৰ ধ্বনি। বেসুৰা গীতৰ ধ্বনিয়ে স্তব্ধ কৰিব পৰা নাই মানুহবোৰক। এই যে মানুহবোৰ—প্ৰতিজন মানুহেই যেন একো একোপাত তীক্ষ্ণ চিয়ঁৰি কাঁড়। কিযে এক কোলাহল! মানুহজনীয়ে চিঞৰিছে। প্ৰতিজনেই যেন চিঞৰি ঘোষণা কৰিছে নিজৰ অস্তিত্বৰ কথা। কণ্ঠধ্বনি বিয়পি পৰিছে—দশোদিশে। এই প্ৰতিধ্বনিয়ে যেন জীয়াই থকাৰ কথা ঘোষণা কৰিছে।

মই অতিষ্ঠ হৈ পৰিছোঁ। মোৰ মন, মোৰ শৰীৰ, মোৰ সমগ্ৰ চেতনা আন্দোলিত হৈছে। হেজাৰ ভাবৰ হেন্দোলনিয়ে কঁপাই তুলিছে। সঁচা, কষ্ট নকৰিলেনো কেনেকৈ জীয়াই থাকিব পাৰি? জীয়াই থাকিবৰ বাবেই…। মানুহজনীৰ ফটা ফিচিকি উৰ্লি যোৱা কাপোৰবোৰে লাজ ঢাকিব পৰা নাই। লাজ? তাইৰ লাজ-মান এই কথাবোৰৰ জানো কিবা অৰ্থ আছে? থাকিব জানো পাৰে? আচলতে পেটৰ সন্তানটোৰ নিৰাপত্তাৰ বাবেহে পেটটো ঢাকিবলৈ চেষ্টা কৰিছে নেকি? মানুহজনীৰ ওচৰত বহি থকা মানুহজনীয়ে গা-মূৰ পিটিকি আছে। তাইৰ শোতোৱা হাত নামৰ শুকান ঠাৰি কেইডালৰ স্পৰ্শত মানুহজনী অতিষ্ঠ হৈ পৰিছে নেকি? নাই। নহয়, নহয়। এক গভীৰ আমেজত মানুহজনীৰ চকু মুদ খাই গৈছে।

গভীৰ ৰাতিটো আৰু গভীৰ হৈছে। মোৰ বুকুৰ সেই 'হৰ্নবিল' চৰাইজনী? তাই বাৰু ডেউকা কোবাই উৰি গ'ল নেকি কোনোবা অচিন অজান দেশলৈ?

আকৌ সেই শব্দ। একেই কোলাহল।

অনেক শব্দৰ ভীৰত মই হেৰাই গৈছোঁ। মই হেৰাই গ'লোঁ। মোক যেন কোনোবাই হাত বাউল দি মাতিছে। বৰ্শা এডালৰ তীক্ষ্ণ ধাৰত ক্ষত-বিক্ষত হৈছে মোৰ প্ৰাচীন হৃদয়-সমগ্ৰ সত্তা। মানুহজনীৰ বুকুত উম লৈ থকা ল'ৰা-ছোৱালী কেইটা আহিল। সিহঁতৰ চকুত ক্ৰোধ। মোৰ হাতলৈ আহিল সিহঁতৰ হাত। সিহঁতৰ হাতত মোৰ হাত। সিহঁতৰ গাৰপৰা ওলোৱা একটা গোন্ধবোৰ মোৰ গাৰ ভিতৰলৈ সোমাই গ'ল। এই গোন্ধ…এই গোন্ধ মই আগেয়েও ক'ৰবাত পাইছিলোঁ!…কিবা যেক চিনাকি গোন্ধ…

সেই একেই গোন্ধ। একেই চিনাকি গোন্ধ।

গলিৰ মাজত সেইদিনাও হুলস্থুল। মদৰ ৰাগীত মাতাল স্বামীৰ ভৰিত পৰি

আকুলি-বিকুলি হৈ মানুহজনীয়ে চিঞৰিছে। তাইৰ চিঞৰৰ সতে সুৰ মিলাই চিঞৰিছে এমাদিমা ল'ৰা-ছোৱালীবোৰে। এৰা! মানুহজনীৰ গাতে দোষ। মানুহটো কামৰপৰা আহিছে। তাই আকৌ উলিয়াইছে ল'ৰাছোৱালীৰ কাৰণে ভাত-চাউলৰ কথা। বেচেৰাই দিন-ৰাতি পহৰা দি থাকে বজাৰ ঘৰ। এইকণ সময় ঘৰলৈ আহিছে কণমান শান্তিৰ বাবে। তাই সেই শান্তিও তাক লবলৈ দিব নোখোজে। খোৱা-পিন্ধা এই কথাবোৰ মনত নেপেলাবৰ বাবেই সি আহিছে। তাই আকৌ—। তাৰ খং-ক্ষোভ একাকাৰ হ'ল। সি তাৰ খং-ক্ষোভবোৰ ল'ৰাছোৱালী, তিৰোতাৰ ওপৰত এৰি দিলে। মই পথৰপৰা সিহঁতৰ কান্দোন শুনি সোমাই গ'লোঁ সেই আন্ধাৰ গলিৰ মাজলৈ। সেই যে মানুহজনী, ল'ৰা-ছোৱালীকেইটা, সিহঁতৰ শৰীৰৰপৰা ওলোৱা অকটা গোন্ধ! সেই গোন্ধৰ সতে মোৰ হাতত হাতখোৱা ল'ৰা-ছোৱালী কেইটাৰ শৰীৰৰপৰা ওলোৱা গোন্ধৰ কিযে অদ্ভুত সাদৃশ্য! ইহঁতৰ বুকুত, ইহঁতৰ শৰীৰত কত শতিকাৰ যে বহ্নি!

এই যে বহ্নি! এই যে ক্ৰোধ! এইবোৰৰপৰা নিস্তাৰ পাম বুলিয়ে এদিন মই আঁতৰি গৈছিলোঁ। বাস্তৱ আৰু সপোন কেনেকৈ? কেনেকৈ বাৰু এপাহ ফুল ফুলে? এটা মধুৰ গীতৰ বাবে মোৰ অহৰহ আথৰা। মোৰ আজন্ম উন্মুখ যৌৱন! আজি—আজি মই যেন বুজি পাইছোঁ—কেনেকৈ একেখন কানাডাতে ইংল্যাণ্ড-ফ্ৰান্স ভাগ কৰা হৈছে, একেখন আয়াৰলেণ্ডতে কেথলিক—প্ৰটেষ্টাণ্ট ভাগ কৰা হৈছে, ঠিক তেনেকৈ মোকো যেন অতদিন এডাল অদৃশ্য বান্ধোনেৰে বান্ধি ৰাখিছিল। মই যেন বিচাৰি পালো। বিচাৰি পাইছোঁ জীৱনৰ গতি।

সাগৰৰ উৰ্মিমালা—দূৰৈৰ পাহাৰত শুনা কামানৰ গৰ্জন, সকলো যেন একাকাৰ হৈছে। সকলোৰে সাজু হৈছে—এক স্থিৰ সিদ্ধান্তত উপনীত হৈছে।

এজাক কোবাল বতাহ বৈ গৈছে। ৰাতি উৰি ফুৰা বাদুলীজাক ক'ৰবাত লুকাইছে। পৃথিৱীৰ সকলো অপায়-অমঙ্গল, বতাহ-বৰষুণ গৰকি মানুহজনী আগবাঢ়ি আহিছে—আগবাঢ়ি আহিব তাইৰ পেটৰ সন্তানটো। তাইৰ মনত কি যে কঠিন অংগীকাৰ। চকুত এই জলোঁ জলোঁ...। চৌপাশে হি'লদ'ল ভঙাৰ শব্দ। ওখ পৰ্বতটোৰ দৰে মুৰ দাঙি মানুহবোৰ আগবাঢ়িছে। ওপৰত মেঘবিহীন এখন মুকলি আকাশ থিয় হৈ আছে। প্ৰসৱ বেদনাই কঢ়িয়াই আনিছে নতুন দিনৰ সম্ভাৱনা। মানুহজনীয়ে হাত-ভৰি মেলি দিছে। এতিয়া ৰাতি পুৱাব। এতিয়া ৰাতি পুৱাব।



# দুপৰীয়াৰ বুকুলৈ

ঐশ্বৰ্য্য কাকতি

ৰাতিপুৱাৰ স্নিগ্ধ, কুমলীয়া বেলিটো তেতিয়া দুপৰীয়াৰ বুকুলৈ দৌৰিবলৈ আৰম্ভ কৰিছিল অশেষ আশা লৈ।

অহীন্দ্ৰ চৌধুৰীয়েও একো দেখা নাছিল, মাথো দৌৰিছিল। কাষৰ সতীৰ্থ, সমুখৰ বিয়াগোম বাধা এইবোৰ একো দেখা নাছিল। তেওঁৰ ভৰিৰ আগত তেতিয়া চুম্বকৰ গাত লোহা লাগি থকাদি মাথো এখন সৰু পৃথিৱীৰ আকৃতিৰ এটা বস্তু লাগি আছিল। সেই সময়ত অহীন্দ্ৰ চৌধুৰীৰ বাবে সেই বস্তুটো পৃথিৱীতকৈ বেছি আপোন, মাতৃৰ মৰমতকৈও বেছি মূল্যবান, পত্নীৰ স্নেহতকৈ বেছি ঈপ্সিত আছিল।

বেলিটোৰ গাত নিশাৰ অভিসাৰৰ তৃপ্তি আৰু লাজমিহলি আবীৰ তেতিয়াও সনা আছিল।

: ইমান ৰাতিপুৱাই কৰপৰা আহিলা অহীন্দ্ৰদা?—পাৰমিতাই সুধিছিল।

: প্ৰেক্টিছ কৰি আহিলোঁ; তুমিনো ৰাতিপুৱাই ক'ৰপৰা?

: মই যে প্ৰাতঃভ্ৰমণত ওলাইছোঁ সেইটো নিশ্চয় গম পাইছা।

: ওঁ, গম পাইছোঁ, মই পিছে আহোঁ পাৰমিতা।

: পলাবলৈ কিয় চেষ্টা কৰিছা অহীন্দ্ৰ দা?

: মই? তোমাৰপৰা?

: অঁ মোৰপৰা। শুনা! মই এটা কথা কব খোজো।

: কোৱা। কিন্তু এইদৰে বাটত বৈ নহয়, অলপ আগবাঢ়া। ওঁ কোৱা এতিয়া।

: চোৱা, আমাৰ এটা ভবিষ্যৎ বুলি কথা আছে। আমাৰ মাজত এনেয়ে এখন সামাজিক বাধাৰ সাঁকো আছে, তাত তুমি খোজ কাঢ়িবৰ জোখাৰে সামৰ্থ্য গোটাব লাগিব, নহয় জানো?

: এইবিলাক কথা এই ৰাতিপুৱাই—

: অহীন্দ্ৰ দা, তুমি কালি ক্লাছ কৰা নাই নহয় ?

: মোৰ প্ৰেক্টিছ আছিল।

: পৰহি ?

: ইউনিয়নৰ মিটিং আছিল।

: প্ৰেক্টিছ ! ইউনিয়ন !! এইবোৰ কি আমাৰ ভবিষ্যত জীৱন যাত্ৰাৰ অনুঘটক হব ? প্ৰেক্টিছ কৰি কি হব, খুব বেছি "ডিষ্ট্ৰিক্ট ৰিপ্ৰেজেন্ট" কৰা "ইন্টাৰ কলেজ" খেলাৰ দুখন চাৰ্টিফিকেট, ইউনিয়ন মানে, এখন কলেজৰ এখন বৰ্ডত, নিৰ্দিষ্ট চন এটাৰ কিনাৰত ডাঙৰ ডাঙৰকৈ তোমাৰ নামটো, এও হোৱাট ম'ৰ ?

: কিন্তু পাৰমিতা, বাৰিষাৰ দুটা দিনত ধাৰাসাৰে বৰষুণ দিলেই গোটেই বাৰিষাটোতে জানো ৰ'দ নোলোৱা বুজায় ? চাৰিজন মানুহৰ মৃত্যুৱে জানো জীৱিতসকলক শ্মশানৰ কাষত মৰিবৰ বাবে শৃঙ্খলাবদ্ধ হৈ শাৰী পাতিবলৈ আদেশ দিয়ে ? নিদিয়ে পাৰমিতা, দিব নোৱাৰে—

: ৰ'বা অহীন্দ্ৰ দা ! জানো তুমি খুব সুন্দৰকৈ কথা ক'ব জানা, হয়তো তোমাৰ এইটো গুণতে মই আকৃষ্ট হৈছিলোঁ আৰু আজি এইটো গুণকে মই ঘিণ কৰিব খুজিছোঁ। তুমি বাস্তৱবাদ বিশ্বাস কৰিব নোখোজা, তুমি কল্পনাৰ মেঘত উৰি ফুৰি বিৰহী যক্ষৰ গীত গাব খোজা, তুমি—

: পাৰমিতা ষ্টপ ইট্। পোনকৈ কোৱা তুমি কি কব খুজিছা।

: মই কব খোজো তোমাৰ এইটো ফাইনাল ইয়েৰ ; বাকী সকলো এৰি তুমি পঢ়াত লাগা, অনাৰ্ছ লৈ পাছ কৰিব লাগিব।

: তাৰ পাছত ?

: মাষ্টাৰ ডিগ্ৰী লৈ এটা চাকৰি-বাকৰি যোগাৰ কৰি—

: তাৰ মানে শিক্ষা মাথোঁ টকা ঘটি আনিবৰ বাবেহে, শিক্ষাৰ অন্য মূল্য একো নাই ? কিন্তু মই ভাবোঁ মই ভাবিচিন্তি আগবাঢ়ি যাব খোজা মোৰ পন্থাই অকল টকাই নহয়, লগতে মোক মানুহৰ মৰমৰ মাজতো প্ৰতিষ্ঠা কৰিব।

: মই বিশ্বাস নকৰোঁ।

: মই প্ৰমাণ কৰি দিম—

: শুনা অহীন্দ্ৰ দা, ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ, তোমাৰ অহংকাৰৰ জুইত যেন ময়েই পুৰি মৰোঁ, তথাপি তুমি সফলকাম হোৱা।



: ই অহংকাৰ নহয় পাৰমিতা, ই আত্মবিশ্বাস।

: যিয়েই নহওক অহীন্দ্ৰ দা, শুনা। মোৰ শিৰৰ উকা পদূলি তোমাৰ ৰঙীন পদধূলিৰ বাবে সদায়ে আপেক্ষা কৰিব।

তেতিয়া বেলিটো ক্ৰমান্বয়ে দৌৰিছিল।

দৌৰি দৌৰি অহীন্দ্ৰ চৌধুৰীয়ে নিৰ্দিষ্ট সময়ৰ পাঁচ মিনিটৰ আগেয়ে মাথো কিছুমান শব্দ শুনিছিল—"অহীন্দ্ৰ মাৰ", "অহীন্দ্ৰ চুট দেট বল", আৰু চৌধুৰী আৰু চাৰ নালগে, গুনা ফাটাই দিয়ক হলি", আৰু এটা ঐক্যতান "গ...গ... ল...।

তেতিয়া অহীন্দ্ৰ চৌধুৰীয়ে গ'লকীপাৰৰ মূৰ আৰু গ'লবাৰৰ মাজৰ এটা বৰ্গক্ষেত্ৰহে মাথো দেখিছিল। শেষ মুহূৰ্তত শুট কৰাৰ আগেয়ে, বাওঁহাতে বডি মুড কৰি, সোঁভৰিৰে অতি সিয়ান, দুৰ্ধৰ্ষ, গ'লকীপাৰৰ মূৰ আৰু গ'লবাৰৰ কোণৰ সেই বৰ্গক্ষেত্ৰটোলৈ বলটো লব কৰি দিছিল। তাৰ পাছত তেওঁৰ কাণত দুটা দীপান্বিতাৰ ফট্‌কা একেলগে ফুটা যেন লাগিছিল, চকুৰ পানীৰে বাট নেদেখা হৈ গৈছিল। চাৰিটামানৰ কান্ধত উঠি পেভেলিয়নলৈ যাওঁতে মনে মনে মাথো এটা বাক্যই কৈছিল, "পাৰমিতা মই জয়ী হৈছোঁ। আই এম ওৱান অফ দি ছাকছেছফুল ষ্ট্ৰাইকাৰ পাৰমিতা।"

অসমে সেইবাৰ প্ৰথমবাৰৰ বাবে অহীন্দ্ৰ চৌধুৰীৰ একমাত্ৰ গলেৰে সৰ্বভাৰতীয় চেম্পিয়নশ্বিপ লাভ কৰিলে।

কাগজত ফটো ওলাল ; প্ৰেছৰ প্ৰশংসা বাণীত অহীন্দ্ৰ চৌধুৰী উটি গ'ল—অইন কলৈকো নহয়, পাৰমিতাৰ তালৈ।

দুবছৰে কোচিং, কম্পিটিশ্বন এইবোৰত লাগি থাকোঁতে পাৰমিতাৰ কথা একেবাৰে পাহৰিয়েই আছিল। বিজয়ী গ'লটো দি উঠিয়েই অহীন্দ্ৰ চৌধুৰীৰ প্ৰথম নামটো মুখলৈ আহিছিল "পাৰমিতা" আৰু আজি এটা ডাঙৰ কোম্পানীত প্ৰবেচন অফিচাৰৰ এপইন্টমেণ্ট পায়েই প্ৰথমতে তেওঁ দৌৰিছে পাৰমিতাৰ তালৈ।

বেলিটো তেতিয়া ডাৱৰৰ মাজত লুকাই পৰিছিল।

পাৰমিতাৰ শিৰৰ পদূলিটো নেদেখিলেও উকা পদুলিৰ মূৰত এতিয়াও আম-পাতৰ সৈতে গৰুৱে খাই থকা কলগছ দুজোপা দেখি অহীন্দ্ৰ চৌধুৰীয়ে বিজয়ী গ'লটো দিওঁতে হোৱা শব্দৰ হোহোৱনি পুনৰ শুনিবলৈ পালে। তেওঁ প্ৰশংসা, ফুটবল, হাত চাপৰি এইবোৰৰপৰা আঁতৰি যাব খুজিছিল। যিটো গ'ল দিবলৈ

তেওঁ অশেষ কষ্ট কৰি বৰ্গক্ষেত্ৰ এটা বিচাৰি লব লগা হৈছিল, এতিয়া কোম্পানীৰ "বাৰ"ত অতি সহজে চুকত তেওঁ এটা নিজৰ বাবে বৰ্গক্ষেত্ৰ বিচাৰি ললে।

ডাৱৰৰ মাজৰ বেলি ওলাই আহে, আৰু যেতিয়া ওলাই আহে তেতিয়া প্ৰচণ্ড উত্তাপেৰে পৃথিৱীৰ সকলো অন্ধকাৰ গ্ৰাস কৰি পেলাব খোজে।

অহীন্দ্ৰ চৌধুৰী আকৌ পোহৰলৈ ওলাই আহিল। হাঁহি আৰু হাঁহি, ফুটবল, হাত-চাপৰি, প্ৰেছ এইবোৰৰ মাজত তেওঁ হেৰাই গ'ল। তেওঁৰ অন্তৰত বেদনাৰ নীলা পোহৰ মাজে মাজে জোনালী পকৰাৰ দৰে ক্ষন্তেক সময়ৰ বাবেহে উজলি উঠিছিল ; আকৌ হেৰাই গৈছিল। মাৰ্ডেকা, কুৱালালামপুৰ খেলি অহীন্দ্ৰ চৌধুৰী তেতিয়া এজন "ষ্টাৰ"। এনে এখন খেল নাছিল য'ত অহীন্দ্ৰ চৌধুৰীয়ে এটা হলেও গ'ল দিয়া নাছিল।

লাহে লাহে বেলিটো পৃথিৱীৰ লগত কৰা সমকোণৰপৰা বৃহৎকোণলৈ পৰিবৰ্তিত হ'ল।

অহীন্দ্ৰ চৌধুৰীয়ে বহুতক বল খেলিবলৈ শিকালে, বহুত ভাল খেলুৱৈ জন্ম হ'ল, বহুতে ভাল ভাল টিমত সুবিধা পালে। লাহে লাহে তেওঁ স্কুলৰ ল'ৰাক লৈ এটা টিম খুলিলে। নিজৰ অবিবাহিত জীৱনত নোপোৱা সন্তানৰ মৰম সেই লৰাবিলাকক বিলাই দিবলৈ আৰম্ভ কৰিলে। সকলোৰে মুখত এটাই শব্দ—"গুৰু"।

ঃ বাদল।

ঃ গুৰু।

ঃ তই আজি এটাও গ'ল দিব নোৱাৰিলি কিয় ?

ঃ নোৱাৰিলোঁ গুৰু।

ঃ কিন্তু তোক মই ষ্ট্ৰাইকাৰ কৰিব খুজিছোঁ।

ঃ মই "উইথড্ৰন চেণ্টাৰ ফৰৱাৰ্ড" খেলিছিলোঁ কিন্তু কোনেও বল ছাপ্লাই দিব নোৱাৰিলে।

ঃ তোকতো মই "উইথড্ৰন পজিচনত" খেলিবলৈ কোৱা নাছিলোঁ।

ঃ আপোনাৰ নিয়ম পুৰণি হ'ল গুৰু।

ঃ কি ? কি কলি ? মই খেলিব নাজানো, তইঁতক শিকাব নাজানো, অসভ্য, জানোৱাৰ, ইডিয়ট, তোক মই পিটি—

ঃ গুৰু মোক নামাৰিব গুৰু।

ঃ আজিৰপৰা তেনেকৈ খেলিবিনে ?



ঃ গুৰু সকলো ভাল টিমে যেনেকৈ খেলে, মইও সেইমতেহে খেলিম,ময়ো এসময়ত আপুনি হোৱাদি ভাল ষ্ট্ৰাইকাৰ হ'ব খোজো, কিন্তু এতিয়া নিয়ম সলনি হ'ল গুৰু।

ঃ আঁতৰি যা, আঁতৰি যা সকলো।

অহীন্দ্ৰ চৌধুৰীৰ মনত এটা শব্দই ঘূৰ্ণি-বতাহৰ সৃষ্টি কৰিবলৈ ধৰিলেঃ এসময়ত,—এসময়ত,—এসময়ত। বুকুখন হাঁহাকাৰ কৰি উঠিল, চকুৰ কোণত দুটোপাল ব্যথাৰ মুক্তা জিলিকি উঠিল আৰু তেওঁ ভাবিলে—"প্ৰথম জীৱনৰ অৱসৰৰ আঘাতেৰে জৰ্জৰিত মোৰ দ্বিতীয় জীৱনতো অৱসৰৰ কাঁইটে খোচা-বিন্ধা আৰম্ভ কৰিলে, মোৰ অৱসৰ লোৱাৰ সময় আহিল, মই অৱসৰ ললোঁ। জীৱনত আৰু প্ৰথমবাৰৰ বাবে অহীন্দ্ৰ চৌধুৰীয়ে উচ্চাৰণ কৰিলে "হে প্ৰভু"।

বেলিটোক তেতিয়া দিগন্তত সদ্য বিধবাৰ কপালৰ মচ খোৱা ফোঁট যেন লাগিছিল। তথাপি পুৱনিৰ বেলিক গছকি আকৌ এটা কুমলীয়া বেলিয়ে দুপৰীয়াৰ বুকুলৈ দৌৰিবঃ অশেষ আশা লৈ।

# পদাতিক

## ভূপেন্দ্ৰনাৰায়ণ ভট্টাচাৰ্য্য

মনলৈ এটা কল্পনা আহিছে। এটা ধাবমান গতিৰ ধোঁৱা যি তাৰ প্ৰচণ্ড গতিৰে মোৰ মনৰ মাজেৰে গৈ আছে। এটা সময়ত দেখিছোঁ ধোঁৱাটোৱে তাৰ স্বকীয় ৰূপ সলাই মোৰ মনৰ লগত কিবাকৈ যেন মিলি গৈছে। সেই মিশ্ৰিত মনটো ইফালেও দৌৰিছে, সময়ত সিফালেও দৌৰিছে। কোনো স্থিৰতাই নাই। বৰ অস্থিৰ এইয়া মোৰ মনৰ মাজত ধোঁৱাৰ ছবি ক্ৰমাৎ প্ৰকট হৈ আহিছে। লেকামবিহীন ধোঁৱাটোৰ ডিঙিত লেকাম লগোৱা যায় কেনেকৈ? এইটো ঠিক, লেকামডাল লগাব পাৰিলে তাক কেনেদৰে আয়ত্তাধীন কৰিব লাগে তাক মই জানো।

ক্লপ ক্লপ শব্দ। ধোঁৱাৰ খুড়াৰ শব্দ আৰু ডিঙিত থকা জুন্থুকাৰ ঝন্‌ঝননি। ঝক্ ঝক্ ধোঁৱাটো ইমান বেগী! ইমান দুৰন্ত আবেগ! যি একে জাপে বিশাল নদী সুবিস্তীৰ্ণ পৰ্বতৰাশি অতিক্ৰম কৰি গৈ আছে আৰু শব্দবোৰ একেলেথাৰিয়ে মোৰ কাণত বাজি আছে।

হঠাৎ ধোঁৱাটো মোৰ চকুত অদৃশ্য হৈ গৈছে আৰু দেউতাৰ ব্যক্তিগত টাইপ মেচিনটোৰ ছবি চকুত ভাঁহি উঠিছে। তাৰ খচ্ খচ্ শব্দ, মেচিনটোত কাগজ ভৰোৱাৰ ছবি আৰু তাৰ ফলত হোৱা শব্দও মই যেন শুনি আছোঁ। টাইপ কৰি থকাজন অন্য কোনো নহয়, 'মই' বকুলে টাইপ কৰি আছোঁ।

চকু মেলি দেখো একো নাই। ধোঁৱাটো অদৃশ্য। টাইপ মেচিন অদৃশ্য। কোঠাটো এতিয়াও অন্ধকাৰ। অনুমান কৰিছোঁ ৰাতি পুৱাবলৈ কিজানি বহু বেলি। বাহিৰত কিজানি ভীষণ ঠাণ্ডা। কুঁৰলীয়ে কিজানি ঢাকি ধৰিছে। অন্ধকাৰ আৰু কুঁৰলীয়ে গোটেই মহানগৰখন ঢাকি ধৰা দৃশ্য যেতিয়া মনলৈ আহিল সেই সময়তে হঠাৎ দেউতাৰ ছবিখনো মনলৈ আহিল। কিন্তু আহিল কিয়?

মই জানো, মোৰ ওচৰৰ কোঠাটোত দেউতা শুই আছে। হয়তো টোপনি



যাবও পাৰে আৰু হয়তো টোপনি নাযাবও পাৰে। তাৰ পাছৰ কোঠাটোত মা। মাৰ কথা ভৱাৰ পাছতেই বহুতো কথা মনলৈ আহিছে।

মোৰ যুক্তি হ'ল—এক ছেকেণ্ডৰ ভিতৰতে ইমানবোৰ চিন্তা আৰু ইমানবোৰ দৃশ্য কেনেকৈ মনত খেলাব পাৰে?

মাৰ যুক্তি হ'ল—আজি ইমান বছৰে তেওঁ কৰা দুখ-কষ্টবোৰ বিফল হ'ল। মায়ে মোক সোধে—"কঠোৰ পৰিশ্ৰমৰ বিনিময়ত মানুহে ভাল ফল পায়, কিন্তু তোৰ মাবৰ ক্ষেত্ৰত ই ব্যতিক্ৰম হ'ল কিয়?"

মাৰ মুখৰ হাঁহি ক্ৰমাৎ স্তিমিত হৈ আহিছে। যোৱা দুবছৰে তেওঁৰ মুখত হাঁহি দেখা নাই। কামৰ বাহিৰে অথচ তেওঁ একোৱেই চিনি নাপালে। কিন্তু মাৰ আজিৰ বৃদ্ধ অৱস্থাত দেখা গৈছে—'চকুত নৈৰাশ্যৰ ভাব, আৰু যেন কিবা এক অসহায় অসহায় ভাব'। ক্ৰমাৎ তেওঁক নিৰৱ হৈ যোৱা দেখা গৈছে। চকুলো হৈ পৰিছে 'আত্মবিজ্ঞাপন'। এই চকুলোৰ কাৰণ হৈছে মোৰ একমাত্ৰ ককাইদেউ 'বিদ্যুৎ'। যিটো ৰুমত মা এতিয়া শোৱে সেইটোত বিদ্যুৎ দাদা শুইছিল। যোৱা দুবছৰে তাৰ কোনো খবৰ নাই। সি নিৰুদ্দেশ।

হঠাৎ সি গুচি গৈছে। কিন্তু কলৈ গৈছে কোনোৱে নাজানে। হয়তো সি আত্মগোপন কৰিছে। নিৰুদ্দেশ হোৱাৰ কেইদিনমান আগতে তাক অতি চিন্তিত যেন লাগিছিল। গোটেই দিনটো কেৱল পঢ়িয়েই কটাই দিছিল। মাত্ৰ কাগজ এখনত লিখি থৈ গৈছে দুবছৰৰ বাবে যাতে তাক কোনোৱে নিবিচাৰে। কিন্তু আমি জানো স্থিৰেৰে থাকিব পাৰেঁ।? আমি বিচাৰিবই লাগিব। তাক সকলো ঠাইতে খবৰ কৰা হ'ল। তাক বিচাৰোঁতে শেষত দেউতাৰ সাঁচতীয়া যি দুপইচা আছিল সিও শেষ। আচৰিত কথা, দুবছৰৰ কাৰণে সি কিয় নিৰুদ্দেশ হৈছে? কাৰণ বহুতো বিচাৰি পোৱা যায়, কিন্তু প্ৰকৃত কাৰণ কোনটো? এইটোৱেই হব পাৰে—' সি তাৰ সঙ্গবোৰ পৰিত্যাগ কৰিব খুজিছে।" যদি দাদাৰ এইটোৱেই উদ্দেশ্য, 'তেনেহলে তালৈ মোৰ অভিনন্দন'। মই বাঞ্ছা কৰোঁ—সি তাৰ সেই বন্ধুবোৰ এৰি দিয়ক।

অথচ মায়ে বাট চাই আছে—"দাদাৰ আগমনলৈ"। কলৈ গৈছে সি? মায়ে সোধে—"ইমান ঠাণ্ডাত তাৰ ঠাণ্ডা লগা নাইনে? সি আত্মহত্যা কৰা নাইতো?" এই শব্দটো কোৱাৰ পাছতেই দেখা পোৱা যাব মাৰ চকুলো। চল্চলীয়া হোৱা চকুৰপৰা ধীৰে ধীৰে চকুলো তললৈ বৈ আহিছে। মায়ে কয়—"দাদাৰ মগজ চোকা আছিল; কুসঙ্গত পৰি ৰসাতলে গ'ল"। কাৰণ দাদাই অত্যন্ত মদ

খাইছিল। মদ খোৱা সময়ত দাদাক সেই ঠাইত গৈ সুধিছিলোঁ—"আচলতে তই কিয় মদ খাৱ ?" এই কথাটো তাক মই বহুদিন সুধিছোঁ। সেইবোৰ কথা তাক সোধোতে যথেষ্ট সাহসৰ প্ৰয়োজন। উত্তৰত সি কৈছিল—"তই সৰু ল'ৰা; বুজাৰ বয়স তোৰ হোৱা নাই। অথচ মই তাতকৈনো কেইবছৰৰ সৰু ? যেন সি ষাঠি বছৰৰ ওপৰতহে কথা কৈছে।

মায়ে সঙ্গদোষৰ কথা কয়—তেতিয়া মাজৰ কোঠালীত বহি থকা দেউতাই বাতৰি কাকতৰপৰা মুৰ তুলি কয়—"নিজৰ ছাগলী ভাল হলেনো পৰৰ বাৰীত সোমাইনে ?" মায়ে তাৰ প্ৰত্যুত্তৰত কয়—"বিষাক্ত বায়ুৱে সুবাস দুষিত কৰে।" এই সময়ত মই বুজি পাব লাগিব যে "পৰিস্থিতি উত্তপ্ত"। এই বিতৰ্কমূলক পৰিস্থিতিক শান্ত কৰিবলৈ মোৰ এপাটেই অস্ত্ৰ। এই অস্ত্ৰপাট আমাৰ ষাঠিবছৰীয়া পুৰণি প্ৰকাণ্ড কাঠৰ বাকচ এটাৰ ভিতৰত থকা—গ্ৰামোফোনটো। পুৰণা মডেলৰ গ্ৰামোফোনটোত পুৰণা পিন এটা বিচাৰি পুৰণা ৰেকৰ্ড এখন লগাই দিওঁ আৰু লগে লগে গান বাজি উঠে।—"সাগৰ সঙ্গমত কতনা সাঁতুৰিলো তথাপিতো হোৱা নাই ক্লান্ত।" এই পুৰণি গানটো যিটো গান দেউতাৰ অতি প্ৰিয়। যেতিয়াই কাণত পৰে তৎক্ষণাৎ তেওঁ গহীন হৈ পৰে আৰু দুটা আঙুলিৰে কপালখন হেঁচি ধৰি তলৰ ফালে চাই থাকে। দেউতা হয়তো জীৱন সমুদ্ৰত অক্লান্ত সন্তৰণবিদ! সেয়ে হয়তো এই গানটো কিবা কাৰণত প্ৰেৰণা বা আশাৰ স্থল হবও পাৰে। তথাপি, প্ৰকৃততে কিয় ভাল লাগে সেইয়া উত্তৰ হলে আজিও নাপালোঁ। তথাপি, গ্ৰামোফোনৰ এই ৰেকৰ্ডখনকে মা-দেউতাৰ "বিতৰ্কমূলক বাক-বিতণ্ডা"—বন্ধ কৰাৰ এপাট শীতল অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছোঁ, যিপাট অস্ত্ৰ খাপৰপৰা উলিয়াওৱাৰ পাছতেই দেউতা নীৰৱ হৈ পৰে আৰু মাৰ গাল দুখন তেতিয়াও চকুপানীৰে তিতি থাকে। তেতিয়া মোৰ ইচ্ছা হয় এই চকুপানী যেন চিৰদিনৰ বাবে মচি দিম আৰু হাঁহিৰে ভৰা মুখা এখন আঁৰি দিম। কিন্তু প্ৰশ্ন হল—'দিওঁ কেনেকৈ' ? মই অক্ষম, নোৱাৰোঁ। দেউতাই অৱসৰ পোৱাৰ কেইদিনমান পাছতেই দাদাৰ নিৰুদ্দেশ। দেউতাই ক্ষোভ আৰু বিতৃষ্ণাৰে কয়—"অৱসৰ পোৱা আৰু মৃত্যু-যন্ত্ৰণা একেই। মৃত্যু হলে চিৰদিনৰ বাবে অব্যাহতি পায় আৰু অৱসৰ পালে জীৱনৰপৰাও অব্যাহতি পায়। ইয়াৰ পাছত জীয়াই থকা মানে তিলতিলকৈ মৰি যোৱা। চাকৰিৰপৰা অৱসৰ পোৱা মানে জীৱনৰপৰাও অব্যাহতি পোৱা"—এই কথাষাৰ প্ৰমাণ



কৰিবলৈ দেউতাই যেতিয়া বিছনাৰপৰা উঠি বহে তেতিয়া মোৰ এনে ভাব হয় এই কথাটো যেন জ্যামিতিৰ 'জিয়োমেট্ৰিকেল এক্সট্ৰা'হে।

মই তেতিয়া কওঁ—"এইটো সকলোৰে কাৰণে সত্য নহয়"। আৰু দেউতাই—"তোৰ এই তেজস্বী বক্তৃতাৰ কোনো প্ৰয়োজন নাই" বুলি লেপ লৈ ক্ষোভ আৰু বেজাৰত একোনাই হৈ শুই থাকে"। তেতিয়া মই সাগৰ সঙ্গমত কতনা সাঁতুৰিলো" ৰেকৰ্ডখন লগাই দিওঁ। এইবাৰ ৰেকৰ্ডৰ শব্দতকৈ দেউতাৰ মুখৰপৰা ওলোৱা "বন্ধ কৰ ষ্টুপিড" শব্দটো বেছি প্ৰকট হৈ পৰে। শব্দটো মোৰ কাণত কেবাবাৰো বাজি উঠে আৰু আৰম্ভ হয় ৰীতিমত বক্তৃতা—"তই কৰিছ কি ? ভাবিছিলোঁ তই মানুহ হবি। মুখৰ ফুলজাৰিতকৈ হাতে-কামে লাগি কৰা ব্যৱহাৰিক দিশতহে প্ৰগতি দেখা যায়। পঢ়াই-শুনাই ঘৰত এতিয়া গাধ পুহিব লাগে। লাজ নালাগেনে এম. এ. পাছ কৰি বিচনাত শুই আছ ? দেউতাই ভাবিছিল মই ডাক্তৰ নহলেও ইঞ্জিনীয়াৰ হ'ম। সপোন দেখিছিল—'গাড়ী-মটৰ বিল্ডিং। মই ইমান সুখত থাকিব নোখোজো। আৰু সেয়ে এম. এহে পাছ কৰিলো। নহলে হয়তো ময়ো ডাক্তৰ-ইঞ্জিনিয়াৰসকলৰ দৰে হৈ যাব পাৰোঁ। মোক এম. এ পঢ়া সকলে সমালোচনা কৰিব। মই সমালোচনাৰ 'গিনিপিগ' হব নোৱাৰোঁ।

কিন্তু মই ? মই যেন মৰি গৈছোঁ। তিলতিলকৈ মোৰ মৃত্যু হৈ গৈছে। যোৱা দুবছৰেইৰ পঙ্গু। মোৰ শৰীৰৰ এটা ফালত জ্ঞান নাই। আজি কেইদিন-মানৰ আগেতে মোৰ সম্পূৰ্ণ শৰীৰত বল আছিছে; জ্ঞান আছিছে। সেয়ে দেউতাক কৈছোঁ—"মানুহ আশাবাদী হব লাগে।"

"হৈছে হৈছে, তোৰ সস্তীয়া লেকচাৰ মই শুনিব নোখোজো। লেকচাৰ বন্ধ কৰ। এম. এ পাছ কৰাৰ পৰা তোৰ কোনো জ্ঞানেই নহ'ল। জাননে তইতৰ কাৰণে মই জীৱনত কিমান ঘাত-প্ৰতিঘাতৰ সন্মুখীন হৈছোঁ ?"

মই কওঁ—"ভুকুতে কলটো নপকে। ৰোম নগৰী এদিনতে সজা হোৱা নাছিল। গতিকে অপেক্ষা কৰিবই লাগিব। ধৰি লোৱা হ'ল পৃথিবীখন ঘূৰি আছে। পৃথিবীখন ঘূৰাৰ লগে লগে আমিও ঘূৰি আছোঁ। ঘূৰি থাকিম আৰু তেনেদৰে ঘূৰি থাকিব। দিনৰ পাছত ৰাতি হব, ৰাতিৰ পাছত দিন হব। ৰাতিটো অন্ধকাৰত ডুব গৈ থাকে সূৰ্য্য উদয়ৰ অপেক্ষাত। অন্ধকাৰ আঁতৰিব। ৰাতি পুৱাব।"

এনেকুৱা ধৰণৰ কথা কলে দেউতাই কিছু বেলি শুনে আৰু কয়—"হেৰা,

তোমাৰ ল'ৰা পাগল হৈছেহে। ই বৰ কম বয়সতে পাগল হ'ল। ই বকিছে কি? ৰাতিৰ পাছত দিন? ই এইবোৰ কয় কি?" হাঁহি হাঁহি ঠাট্টাসূচক অভিব্যক্তিৰে আমাৰ ঘৰলৈ অহা পেহা-পেহীৰপৰা হেডমাষ্টৰ ছাৰলৈকে সকলোৰে আগত কয়। দেউতাই এই কথাবোৰ কৈ কি ৰস পায় নাজানো, তথাপি কয়। যিয়েই নহওক মোক লৈ যে কিবা এটা 'ৰস' পাইছে।

আঠুৰাখনৰ ৰং গেৰুৱা। সেয়ে বাহিৰত পোহৰ হৈছেনে নাই ধৰিব পৰা নাই। বিপৰীত ফালে থকা খিড়িকীখন খুলি চাই দেখোঁ পূবফালে অলপ অলপ পোহৰ হৈছে। আমাৰ ওচৰত থকা স্নিগ্ধাহঁতৰ বিল্ডিংটো দেখা গৈছে। বিল্ডিংটো দেখাৰ লগে লগে স্নিগ্ধাৰ ছবি মোৰ মনলৈ আহিছে। হয়তো অলপ পাছতেই স্নিগ্ধাই বাৰাণ্ডাত বহি ৰ'দ পুৱাই কিৰি-কিৰি পঢ়ি থাকিব। স্নিগ্ধাই হয়তো মোক ভাল নাপাবও পাৰে। হয়তো কিবা-কাৰণত মোক ঘৃণা কৰিবও পাৰে। পেৰেলাইছিছ হৈ থকাৰ বাবে বেমাৰী বুলিও মোক ঘিণ কৰিব পাৰে।

সোণজনী, মই কিন্তু তোমাক খুউব ভাল পাইছিলোঁ। বিশেষকৈ যোৱা দুবছৰৰ আগেয়ে মই যেতিয়া কৰ্ম সংস্থাপন বিচাৰি ঘূৰি ফুৰিছিলোঁ। সোণজনী, তুমি তেতিয়া গাড়ীত উঠি ধূলি উৰাই গুছি যোৱা, আয়নাৰ মাজেৰে তোমাক দেখি মোৰ বুকুৰ টিপটিপনি বাঢ়ে। এইযে ধৰা কেতিয়াবা তোমাৰ কথা ভাবোঁ বা গানকেই শুনো, আনকি গুণগুণাই থকা তোমাৰ গান (যেতিয়া তুমি বাৰাণ্ডাত বহি গুণগুণাই থাকা অজ্ঞান হৈ বিচনাত পৰি থকা মই জীয়াই থাকোঁ তোমাৰ সেই মিঠা গান শুনি) সেই কথা তুমি নাজানা; হয়তো কোনোৱে নাজানে। হৃদয়ত এনে বহুতো কথা আছে যিটো কথা তোমাক কোনোদিনেই কোৱা নহব।

নাই, নাই, হবই নোৱাৰে। হব নোৱাৰে। স্নিগ্ধা মোৰ কাৰণে কোন? স্নিগ্ধাক মই ভাল পাওঁ কিয়? কিয় নাজানো। নহব নহব। মোৰ কি ব্যক্তিত্ব নাই? যি হয়তো ঘৃণাও কৰিব পাৰে তেওঁক মই ভাল পাব খোজো? তাৰ মানে স্নিগ্ধাৰ প্ৰেমৰ বিপৰীতে মোৰ জীৱন বুলি ধৰি লব লাগিব? প্ৰকৃত প্ৰেমত দেখোন পাৰস্পৰিক শ্ৰদ্ধা দেখা যায়। উভয়ে উভয়ৰ মৰ্য্যাদা বুজে। মই জানো প্ৰেমৰ প্ৰকৃত মৰ্য্যাদা দিব পাৰিম? মইতো এটা পাষণ্ড; ইয়াৰ বিপৰীতে 'কামনা' বা 'বাসনা' সিমানেইতো? ই প্ৰকৃত প্ৰেমৰ উৎস হবই নোৱাৰে আৰু নহয়ো। মই বাৰু এটা পাগল নেকি? আচলতে হয়েই নেকি! মোৰ নিজকে কিবা পাগল পাগল লাগিছে। মোৰ জানো ক'ৰবাত স্থিৰতা আছে? প্ৰেম জীৱনৰ ৰূপান্তৰৰ উদ্দীপক স্বৰূপ। কিন্তু স্নিগ্ধা জানো সেই আসনৰ যোগ্য?



পৰ্দাখন দাঙি দিলোঁ আৰু দূৰলৈ চাই দেখোঁ এতিয়া ফেহুজালি দিছে। মোৰ অৱচেতন মনে চেতনা পালে। মোৰ মস্তিষ্কই অৱচেতন মনৰ বিদ্যুৎ বেগী ধোঁৱাৰ নাকত লেকাম লগাই দিছে। মোৰ চেতনাৰ ধোঁৱা এতিয়া সুস্থিৰভাবে ক্লপ-ক্লপ শব্দ কৰি স্থিৰ গতিত গৈ আছে। অলপ দূৰৈত আমাৰ ঘৰৰ সমুখত থকা ধোঁৱাগাড়ী চালকজন কৰ্মব্যস্ত হৈ পৰিছে। ধোঁৱাটোৰ ডিঙিত বুটমাহৰ বাল্টি এটা ওলোমাই দিছে আৰু বাল্টিটোৰপৰা এটা কট্‌ক কট্‌ক শব্দ হৈ আছে। দূৰৈত থকা গাড়ীখন গাড়োৱানজনে ধোঁৱা বান্ধি ৰখা ঠাইখণ্ডলৈ ঠেলি ঠেলি লৈ আহিছে। ওচৰতে বিক্সাৱালাটোৱে পানীৰে বিক্সাখন ধুই আছে। বিজ্ঞাপন—বিক্সাখন যেন এইমাত্ৰ কাৰখানাৰপৰা উলিয়াই অনা হৈছে। ঘেৰামী কৰি খোৱা মানুহকেইজন তাৰ ওচৰতে থিয় হৈ আছে। এখন হাতত দা, আনখন হাতত বাঁড়ৰ টুকুৰা, গাত গামোচা মেৰিয়াই লোৱা, কাৰোবাৰ গাত হয়তো খুব বেছি এটা ফটা গেঞ্জী। সিহঁতে ঠাণ্ডাত কঁপি আছে। ঘেৰামী কৰি খোৱা মানুহকেইজনে সদায় এই সময়ত ইয়াতে বহি থাকে। সিহঁতৰ আত্ম-বিজ্ঞাপন—"কাৰোবাক কামিলা লাগে নেকি?" যদি লাগে ইয়ালৈ মানুহ আহে আৰু মাতি লৈ যায়। সিফালৰ পানীকলটোত গুৱাল দুজনে ছিলভাৰৰ জগবোৰ ঘঁহি ঘঁহি ধুইছে। জগবোৰ ধোৱাৰ এটা শব্দ মোৰ কাণত বাজি আছে।

ইহঁতোতো মানুহ! মই কেৱল মোক লৈ ব্যস্ত হৈ থকাটোৱেই জানো মোৰ জীৱনৰ উদ্দেশ্য? ইহঁতৰ কাৰণে কোনোবাই জানো চিন্তা কৰিছে? মই দেউতাক কৈ দিম—কেৱল মই নিজৰ কথা চিন্তা কৰিলেই নহব। মই আত্ম-কেন্দ্ৰিক হব নোৱাৰোঁ; অন্ততঃ মোৰ মনে নকয়। কেৱল ঘৰখন লৈ মই ব্যস্ত হৈ থাকিব নোৱাৰোঁ।

দেউতাই কৈছে—এজন মানুহৰ সামান্য সীমিত অৰ্জনৰ ওপৰত পৰিয়ালৰ সকলোৱে নিৰ্ভৰ কৰি থকা মানে সেই বিশেষ মানুহজনৰ ওপৰত কৰা এটা অন্যায়, এবিধ শোষণ। কিন্তু আচলতে জানো মই শোষণ কৰিছোঁ? দেউতাৰ যুক্তি হ'ল তেওঁ অৱসৰ পোৱাৰ পাছতো মই বহি খাইছোঁ। কিন্তু মই কৰোঁ কি? যোৱা দুবছৰে মই পেৰেলাইছিছত ভুগিলো। মই কেনেদৰে দেউতাক উদ্ধাৰ কৰো? হবই নোৱাৰে, মই দেউতাক শোষণ কৰা নাই। এইটো ভুল কথা কৈছে দেউতাই।

এতিয়া শৰীৰত অলপ বল পাইছোঁ। মোৰ সংজ্ঞা হেৰুৱাই পেলোৱা হাতখনত এতিয়া সংজ্ঞা আহিছে। তেনেহলে আজিৰপৰা মই দেউতাক শোষণ নকৰোঁ। কিন্তু কৰিম কি? কি হব সংস্থান? আচ্ছা এটা কাম কৰিলে কেনেকুৱা হয়? যদি দেউতাৰ পুৰণা টাইপ ৰাইটাৰটো খুজি লওঁ। তথাপি এইটোও দেউতাৰ সম্পত্তি। তেনেহলে এবছৰৰ কাৰণে ধাৰে দিয়ক আৰু এইটো লৈ দেখোন মই কাছাৰীত বহিব পাৰোঁ। কাছাৰীলৈ অহা বিভিন্ন মানুহে টাইপ বিচাৰি ফুৰে, মই এই মানুহৰ কাগজ টাইপ কৰি দেখোন দুপইচা লব পাৰোঁ। তাৰেই মোৰ দিনটোৰ খোৰাকী ওলাই যাব। ঠিক আছে, মই ইয়াকেই কৰিম। কথাটো ভাবি মই বিছনাত উঠি বহিলোঁ। অনুমান কৰিব পাৰিছোঁ হঠাৎ মই যেন শৰীৰত বল পাই আহিছোঁ। আজিয়েই মই আৰম্ভ কৰিম। এৰা, এৰা, মই আৰু দেউতাক শোষণ নকৰোঁ। সময়তো গৈয়েই আছে। মই কি এনেদৰেই থাকিম? বা থাকিব লাগিব নেকি? নহয় মই নাথাকোঁ। বেৰামী কৰা মানুহবোৰতো অলপ পাছতেই ইয়াৰপৰা গুচি যাব। সিহঁতে মুখৰ ওপৰত বহি তমাল চাঁচিব। ৰিক্সাৱালাটো? সিও নাথাকিব, তাৰ ৰিক্সাখন লৈ মহানগৰীৰ-কোনো ব্যস্ত পথত ঘূৰি থাকিব, মুহুৰি বজাই ঘূৰি ফুৰিব। খোঁৱাগাড়ী চালক? সিও নাথাকিব। তাৰ গাড়ীখন ক'ত জানো ঘূৰি ফুৰিব? খোঁৱাৰ ক্লপ ক্লপ শব্দৰ তালে তালে তাৰ নূৰটো নাচি থাকিব।

লেপখন এতিয়াও মোৰ আঠুৰ ওপৰত। আঙুলিবোৰ টানি দিলত একেবাহে কিছুমান ফট্‌ফট্ শব্দৰ পাছতেই ভায়োলিনৰ কঁপি কঁপি অহা মাত শুনিয়েই বুজিব পাৰিলোঁ সেইয়া লালুৰ ভায়োলিনৰ মাত।

আমাৰ ঘৰৰ বিপৰীতফালে থকা ঘৰত লালু আও নামৰ মোৰ সমনীয়া ল'ৰা থাকে। কথা পাতোতে তাৰ লগত মোৰ বন্ধুত্ব গঢ়ি উঠিছে। তাৰ এটা সাধনা আছে। ফেহুজালি দিয়াৰ পাছতেই বিছনাৰপৰা উঠি আহে আৰু তাৰ আগ-কালৰ কোঠাটোত বহি ভায়োলিন বজায়। ভায়োলিনখনক সি তাৰ এটা সাধনা হিচাপে লৈছে। সি এতিয়া সুন্দৰকৈ ভায়োলিন বজাব পৰা হৈছে। তাৰ ভায়োলিনৰ শব্দ মোৰ কাণত পৰাৰ পাছতে চকুত ভাঁহি উঠে দূৰৈত মোৰ কোঠাৰ সন্মুখত পৰি থকা ভায়োলিনৰ খালি বাকচটো। তাত কিজানি এতিয়া এতৰপ ডাঠ ধূলি গোট খাইছে। মোৰ যে এসময়ত এখন ভায়োলিন আছিল সেই কথা একেবাৰে পাহৰি গৈছোঁ। দুবছৰ আগেয়ে সেইখন অগ্নিত জাহ গৈছে। মই যেতিয়া কিবা এটা সুৰ বজাবলৈ চেষ্টা কৰোঁ আৰু যদি সেই সুৰ দেউতাৰ



কাণত পৰে, তেতিয়া দেউতাই ভাবি লয় ভায়োলিন বজোৱাটো মোৰ কাৰণে এক উপকৰা অৰ্থহীন আনন্দ। মই সেই সময়ত আনন্দত আত্মহাৰা হৈ থকা বুলিয়েই ভাবে নেকি কব নোৱাৰোঁ। নাজানো হয়তো দেউতাৰ চিন্তাৰ পৰিধি অতি ঠেক হবও পাৰে। সেই সময়তে মাক সুধিব—"কিহে ল'ৰাই ক'ৰবাৰ কলেজত সোমালে নেকি?" তাক কৈ দিবা, এইসব বজাই একো লাভ নাই। বুজিছা, ময়ো এসময়ত গান শুনি ভাল পাইছিলোঁ; কিন্তু এতিয়া জানো কোনোবাদিনা গ্ৰামোফোনটো বজাইছোঁ?

মায়ে মোৰ আগত খোৱাৰ সময়ত এই কথাবোৰ একালৰপৰা কৈ যাব। এদিন বিতুষ্ট হৈ মই ভায়োলিনখন কোনোৱে নজনাকৈ জুইত ভৰাই দিলোঁ। সেই ৰাতি মই ভীষণ কান্দিছিলোঁ। কাৰণ মই সেই সময়ত ভায়োলিনৰ মাত খুব ভাল পাইছিলোঁ। অৱশ্যে ঘৰখনতো প্ৰতিক্ৰিয়া নোহোৱাকৈ থকা নাছিল। প্ৰতিক্ৰিয়াৰ ফলস্বৰূপে ৰাতি আমাৰ পাকঘৰৰ জুহালত নীৰৱতা। মায়ে কৈছিল—"দেউতাৰে তেনেকৈ কোৱাৰ একমাত্ৰ কাৰণটো আমাৰ অন্ধকাৰ আৰ্থিক ভৱিষ্যত।" হয়, বিদ্যুৎ দাদাক বিচাৰোঁতে আমাৰ সাঁচতীয়াৰ পইচাবোৰ শেষ হৈ আহিছিল। যিয়েই নহওক, আজিকালি প্ৰতিটো দোকমোকালিতে মই মোৰ ভায়োলিনখনৰ মাত যেন শুনিব পাৰিছোঁ। মই যিটো সুৰ বেছি ভাল পাইছিলোঁ লালুৱে সেই বিশেষ সুৰটোকে বজায় বেছিকৈ। আশা ৰাখিছোঁ, মই এই টাইপ কৰা পইচাৰে পুনৰ এখন ভায়োলিন কিনিয়েই।

ৰিক্সাৱালাটোৱে টিলিঙা বজাই কাষৰ ৰাস্তাটোৰে বেগেৰে গুচি গ'ল। তাৰ দিনটোৰ কৰ্ম আৰম্ভ হলেই, অথচ মই এতিয়াও শুই আছোঁ। মই শুই থকাৰ কথাটো চিন্তা কৰাৰ পাছতে বিবেকে কলে—সি সুস্থ, যাবই, তই হৈছ ৰুগীয়া। এনেদৰে চিন্তা কৰাৰ বাবে মানসিক অন্তৰ্দ্বন্দ্বৰ বাহিৰে একো নাই। কিন্তু ৰুগীয়া মানুহজন জীয়াই থকাৰ পৰা লাভ কি?

এই যে মই এতিয়াও জীয়াই আছোঁ মই ভাবোঁ, মোৰ কাৰণে এইটো এটা 'বিলাসিতা'। আচলতে মই জীয়াই নাথাকিলেও হয়। এখন হাতৰ জ্ঞান হেৰুৱাই পেলোৱা মানেই মই পঙ্গু। পঙ্গু এটা জীয়াই থকা মানে সেইটো তাৰ কাৰণে এটা বিলাসিতা। আচ্ছা, স্নিগ্ধাই বিলাসিতাৰ কাৰণে ওঁঠত লিপষ্টিক ঘঁহে নেকি? নিশ্চয় নিশ্চয়। বিলাসিতা এই কাৰণেই যে তেওঁ নঘঁহিলেও হয়। সেয়ে স্নিগ্ধাই বিলাসিতাৰ কাৰণে ওঁঠত লিপষ্টিক ঘঁহে, ৰঙা বা নীলা শাড়ীখন ঠিক এনেদৰে লয় যেন আমি তাইক চাবই লাগিব। খোজ কাঢ়োতে নিতম্ব

অগাপিচা কৰিবই লাগিব, নহলে শাড়ীৰ বিজ্ঞাপনৰ ষ্টাইল ভুল হৈ যাব। শাড়ী কিনোতে বিজ্ঞাপনত লিখা আছে 'ব্লু' আপ ইয়ৰ ইগ'। নিজৰ ইগ' যিহেতু ব্লু' আপ কৰিবই লাগিব তেনে স্থলত? গতিকে মই জীয়াই থকাটো স্নিগ্ধাৰ লিপষ্টিকৰ দৰেই একপ্ৰকাৰ বিলাসিতা। মই আৰু মোৰ দৰে যিবোৰ বন্ধু আছে সাধাৰণতে আমি আৰ্থিক অন্ধকাৰত ডুব গৈ আছোঁ। কিয় আছোঁ? এই কাৰণেই—স্নিগ্ধাই শৰীৰৰ চুণ-কামত যিমান খৰচ কৰে, সেই খৰচেৰে মোৰ দৰে বা হৰি, যদু, মধুৰ দুসাজৰ খোৰাকী। সেই কাৰণেই অন্ধকাৰ আৰ্থিক ভৱিষ্যত। আৰু হৰি, যদু, মধু বা মই জীয়াই আছোঁ ইয়াৰ প্ৰতীকস্বৰূপে। নহলে আমি জীয়াই নাথাকিলেও চলি গ'লহেঁতেন। কিন্তু স্নিগ্ধা জীয়াই থকাৰতো কোনো বৈশিষ্ট্য নাই। নহয়, নহয়, মোৰ ভুল হৈ গৈছে। ছিঃ আমাৰ চিন্তাৰ পৰিধি অতি ঠেক গণ্ডীৰ। আমাৰ ভাল কথা চিন্তা কৰাৰো সময় নাই। ছিঃ মনৰ ধাৰণা ইমান ঠেক গণ্ডীৰ হব নাপায়। আমি বুজাই নাই—"স্নিগ্ধা জীয়াই থাকিবই লাগিব; অন্ততঃ মোৰ বাবে, আমাৰ বাবে আৰু হৰি, যদু বা মধুৰ বাবে—।" আচ্ছা এনেকুৱাতো হব পাৰে,—তাই কিজানি বহুতৰে জীয়াই থকাৰ প্ৰেৰণাৰ উৎস? তাই জীয়াই থাকিবই লাগিব; তাইক দেখি মই বা আমি "ব্লু বাৰ্ড" হবই লাগিব। অৰ্থাৎ নীল ৰঙৰ চৰাই বিচাৰি তাইৰ নিচিনা ঠিক বহুতেই তেনেকৈ ব্লু বাৰ্ড হবই লাগিব। নিজকে তেনেদৰে ধুন সজাব লাগিব, ঠিক ম'ৰাচৰাইক দেখি ঘৰচিৰিকাই পেখম ধৰাৰ দৰে,—কাউৰীয়ে পেখম ধৰাৰ দৰে। আৰু মোৰ দেউতা, এটা মস্ত 'ব্লু বাৰ্ড'। মোৰ গাতো এই বিশেষ নীলা ৰঙটো আছে বা নীলা ৰঙৰ বতাহ লাগিছে, কাৰণ, মোৰ দেউতাই মনে মনে ভাবি আছে মন্নো স্নিগ্ধাহঁতৰ দৰে এটা প্ৰকাণ্ড বিল্ডিং, এখন বিৰাট হেৰল্ড কাৰ, তেনে এটা পৰিবেশ বিচাৰে, বাস্তৱত ৰূপ দিয়াৰ। কিন্তু এইটো ঠিক, মই নীল চৰাই বিচাৰি বিচাৰি ঘূৰি নুফুৰো; এইটো ঠিক মই নীল চৰাই বিচাৰি নাপাওঁ। মই উভতি আহি দেখিম হাতত নীল চৰাইক বান্ধি আনিম বুলি ভবা সজাটোহে আছে। সি শূন্য। কিন্তু মই জীয়াই থকাটো?

মই জীয়াই থকাটো জানো দৰাচলতে এক বিলাসিতা? নহয়, নহয়, হবই নোৱাৰে। ই বিলাসিতা কেনেকৈ হব? এই কাৰণেই নহয়, মোৰ প্ৰয়োজন নিশ্চয় আছে। প্ৰয়োজন ৰুগীয়া বৃদ্ধ মা-দেউতাৰে বাবে। এই দুইজনৰ কাৰণেই মই জীয়াই থাকিবই লাগিব।

"বকুল, অ' বকুল!"



সেইয়া মাৰ মাত। মোক মাতিছে।

"উঠিবৰ হোৱাই নাই নে? আঠুৱাৰ ভিতৰতে বহি থাকিলি দেখোন কিয়?"

"উঠিছোঁ—"

"যোৱা ৰাতি সপোনত বিদ্যুতক দেখিলোঁ। সি ঘৰলৈ উভতি আহিছে; কিন্তু বেচেৰা বৰকৈ ক্ষীণাইছে। ইস! বেচেৰা বৰকৈ ক্ষীণাইছে।"

এতিয়া ইয়াৰ প্ৰত্যুত্তৰ হিচাপে মই কিবা এটা কবই লাগিব। কত কি? মায়ে কৈছে বিদ্যুৎ দাদাক সপোনত দেখিছে। মইতো কিবা এটা কবই লাগিল। মনে মনে থাকিলে মায়ে কান্দিবলৈ আৰম্ভ কৰিব। দাদাৰ নিৰুদ্দেশ সম্পৰ্কত মই যে কিমান ফাঁকি দিছোঁ। কেতিয়াবা হঠাৎ এনে এখন চিঠি লৈ মাৰ ওচৰত থিয় হওঁ যেন চিঠিখন দাদাইহে লিখিছে। আচলতে মই নিজেই লিখি মাক পঢ়ি শুনাওঁ—যেন সেইবোৰ দাদাৰহে আখৰ। দেউতাই মোৰ ফাঁকি বুজি পায়। অভিনয় কৰে এনেদৰে যেন তাত লিখা কথাবোৰ শুনাৰ বাবে অত্যন্ত আগ্ৰহান্বিত। এনেদৰে ফাঁকি দিয়া কিমান কষ্টকৰ। তেতিয়া মোৰ নিজৰে চকুৰ পানী ওলায়। মোৰ চকুৰ পানী ওলায় এই কাৰণেই যে মই ফাঁকি দিছোঁ। মায়ে ধৰিব নোৱাৰে। অৰ্থাৎ মা 'নিৰক্ষৰ'। মাৰ নিৰক্ষৰতাৰ মই সুযোগ লৈছোঁ। ছিঃ এইবোৰ কিমান অসহনীয় কথা। অথচ মায়ে মোৰ কথাত বিশ্বাস কৰে, ভৰসা কৰে। মায়ে ভাবি আছে দাদা সোনকালে উভতি আহিব।

"মা, দাদা কিজানি অতি সোনকালে আহি ওলাব। যোৱা ৰাতি মইও সপোনত দাদাক দেখিছোঁ। দাদাই এটা বেগী ঘোঁৰাত উঠি আমাৰ ঘৰৰ ফালে আহি আছে। সপোনত মোক সুধিছিল 'মা ক'ত?' ঠিক এজন সৰু ল'ৰাই কোৱাৰ দৰে মাৰ আগত এনেদৰে কলোঁ।

"সঁচা? সঁচা? সি তাৰ মানে আহি আছে।"

এইমাত্ৰ কোৱা কথাষাৰৰ পাছত তেওঁৰ মুখত এনে এটা হাঁহি বিৰিঙি উঠিছিল আৰু এই বিশেষ হাঁহিটো বিশ্বৰ প্ৰতিজন মানুহকে যদি দেখুৱাব পাৰিলোঁহেঁতেন।

মা থিয় হৈছে আৰু মই শুই থকা বিছনাখনৰ আঠুৱাখন দাঙি দিছে আৰু কৈছে—'উঠ উঠ, ৰাতি পুৱাইছে'। এনেদৰে শুই থাকিলে জানো হব? বিদ্যুৎ দুই-এদিনতে ওলাব পাৰে। সি কিজানি এইবাৰ খুব ভাল ল'ৰা হৈ আহিছে।"

এতিয়া ওচৰত মা নাই। আঠুৱাখন দাঙি দিয়াৰ পাছতহে অনুমান কৰিব

পাৰিছোঁ ৰাতি ভালদৰেই পুৱাইছে। দুবৈত মায়ে চিঞৰিছে—'বকুল, উঠ উঠ, সোনকালে উঠ।'

মোৰ ডিঙিত কিবা এসোপামানে সোপা মাৰি ধৰিছে। ৰাতিপুৱাই মোৰ নিজকে অপৰাধী যেন লাগিছে। কিয় মই মিছা কথা এটা কলো? ডিঙিত কিহে সোপা মাৰি ধৰে? যেতিয়া কান্দিবৰ খুব ইচ্ছা হয়, তেতিয়া কান্দোন নোলায় আৰু বোধহয় এই কান্দোনবোৰেই কিজানি ডিঙি সোপা মাৰি ধৰে। ইয়াত আচলতে দুখ কৰিবলগীয়ানো কি আছে? মিছা কথা কৈছোঁ, আচলতে একপ্ৰকাৰ ভালেই হৈছে। আজি ইমানদিনে যিবোৰ চিঠি পঢ়ি শুনালোঁ সেই-বোৰ দাদাৰ চিঠি নহয়—ময়ে সেইবোৰ নিজে লিখি সান্ত্বনা দিছোঁ যদি এনেকুৱা ধৰণে চিঠি পঢ়ি সান্ত্বনা নিদিওঁ তেনেহলে মাৰ চকুৰ পানী কেনেদৰে গুচাম?

লালুৱে এতিয়াও তাৰ বাৰাণ্ডাত বহি ভায়োলিন বজায়ে আছে। লালু আওৱে বজাওক। এনেদৰে বজাই থাকিলে মই নিজেই বজাই থকাৰ দৰেই লাগে। মোৰ সলনি সি বজাইছে, তাতেই মোৰ সান্ত্বনা।

কিন্তু এই ৰাতিপুৱাই গ্ৰামোফোনত কোনে হাত দিছে? কোনোবাই গ্ৰামোফোনটো খুলিছে। যোৱাৰাতি আমাৰ ঘৰলৈ কোনোবা আহিছে নেকি? মই জনাত কোনোতো আহিব নালাগে। দুৱাৰৰ ফাঁকেৰে জুমি চাই দেখোঁ আজি ৰাতিপুৱাই 'এক নতুনত্ব'। দেউতাই চছমাযোৰ পিন্ধি গ্ৰামোফোনৰ সাউণ্ডত পিন এটা লগোৱাৰ প্ৰয়াস কৰিছে; তাৰ পাছত শুনা গ'ল এটা শব্দ—'ঘেঁহেৰ ঘেঁহেৰ'। ৰেকৰ্ডখন ঘূৰিব লাগিছে। পিন আৰু ৰেকৰ্ডৰ ঘঁহনি। শেষত বাজি উঠিল 'সাগৰ সঙ্গমত কতনা সাঁতৰিলো' সেই পুৰণা গানটো। মাতটো সঠিকভাবে ওলোৱা নাই। দেউতাই হেণ্ডেলত ধৰি খটৰ খটৰ শব্দ কৰি হেণ্ডেল মাৰিছে। অস্পষ্টভাবে শুনা গৈছে দেউতাৰ অতি প্ৰিয় গানটো।

মই অনুভৱ কৰিছোঁ ঘৰখনত আজি ৰাতিপুৱাই দুটা পৰিবৰ্তন। মায়ে মই মিছাকৈ কোৱা কথাষাৰত বিশ্বাস কৰি হাঁহিছে দাদা আহিব বুলি আৰু দ্বিতীয়তে দেউতাই নিজেই আজি গ্ৰামোফোন বজাইছে।

এতিয়া কথা হ'ল টাইপ ৰাইটাৰটো ক'ত আছে মই যে বিচাৰি পোৱা নাই।

'মা'—

"কি হ'ল?"

"টাইপ ৰাইটাৰটো কি হ'ল?"



"কিয়? হঠাৎ আজি ৰাতিপুৱাই টাইপ ৰাইটাৰৰ প্ৰয়োজন কিয়?" নহয় মা মোক সেইটো লাগে। মই আজিৰপৰা কিবা এটা কৰিম। শৰীৰত এতিয়া যথেষ্ট ব'ল পাইছোঁ। মই আৰু দেউতাৰ ওপৰত ভৰসা কৰি জীয়াই নাথাকোঁ। মই কিবা এটা কৰিম। ক'ত আছে? মোক টাইপ ৰাইটাৰটো লাগে—

"সেইটো, তাতেই আছে —আলমীৰাৰ ওপৰত আছে।"

মা গুচি গৈছে। মই এতিয়া টাইপ ৰাইটাৰটো চাফা কৰি আছোঁ। যি কি নহওক, মই জীয়াই থাকিম। জীয়াই থকৰে অধিকাৰ মোৰ যেতিয়া আছে তেনেহলে জীয়াই থাকিমেই। সৰ্বসাধাৰণে যেনেকৈ জীয়াই থাকে তেনেকৈয়ে মই জীয়াই থাকিম। ঘৰামী কৰা মানুহবোৰে যেনে-যেনে দৰে দা'খনৰ ওপৰত জীয়াই আছে। মইও তেনেদৰে এই টাইপ ৰাইটাৰটোৰ ওপৰতে জীয়াই থাকিম।

অনুভৱ কৰিছোঁ, অন্তৰ ক্ৰমাৎ আবেগেৰে ভৰি পৰিছে। টাইপ ৰাইটাৰৰ কথা ভবাৰ কাৰণেই হয়তো আবেগিক হৈ পাৰিব পাৰোঁ; হয়তো স্নিগ্ধাৰ প্ৰতিচ্ছবি মনলৈ অহাৰ বাবে। হয়তো ভাবিছিলোঁ তাইৰ সতে মোৰ সত্তা মিলি যাব। কত উজাগৰ নিশা মোৰ পাৰ হৈ গৈছে কিছুমান অলীক কল্পনাত। আৰু এইবোৰ চিন্তাৰ বাবেই মোৰ আত্মদহন চলিছে। কিন্তু মই সেই দিনবোৰ তেনেদৰে কটাইছিলো? স্নিগ্ধা, তোমাক মই প্ৰেম নিবেদন কৰিলোঁ আৰু প্ৰত্যুত্তত মোৰ কথা হাঁহি উৰাই দি হঠাৎ গহীন হৈ গ'লা আৰু ক'লা—"তোমাৰ এটাই চোলাই নেকি? তোমাৰ এটাই পেন্ট নেকি?" বাঃ হৃদয়ৰ কি ভালপোৱা! ধন্যবাদ তোমাৰ কাপোৰ আৰু ৰেষ্টোৰাৰ প্ৰেম। তোমাৰ অন্তৰত অজস্ৰ প্ৰেম আছে; দুখৰ বিষয়, তুমি কাকো বিলাই নিদিলা আৰু কোনোদিনো বিলাই দিবও নোৱাৰা। কিন্তু এনে এটা দিন আহি আছে যিটো দিনত তুমি তোমাৰ প্ৰেম বিলাই দিবই লাগিব।"

'মা'—মোৰ ধাৰাণত কিজানি ইমান ডাঙৰকৈ কোনোৱে মাক মতা নাই। 'মা, এইয়া চোৱা কোন আহিছে? কোন আহিছে!' দেউতা উধাতু খাই লৰি আহিছে। ইমান ডাঙৰকৈ মাতিছোঁ কলৰ গান মোৰ কানত নিস্তেজ হৈ পৰিছে। তথাপি বাজি আছে সাগৰ সঙ্গমত ক'তনা সাঁতুৰিলো। মায়ে নিজকে বিশ্বাস কৰিবলৈ টান পাইছে। দেউতাই মোৰ ফালে চাই মুখ মেলি আছে, অথচ একো কব পৰা নাই। মায়ে একো কব পৰা নাই।

'বিদ্যুৎ।' তাৰ পাছত মায়ে কান্দিবলৈ ধৰিলে। দেউতাৰ চকুৰপৰা গিৰ্‌গিৰাই চকুলো ওলাই আহে। দেউতাৰ চকুত এয়া প্ৰথম বাৰৰবাবে মই চকুপানী দেখিছোঁ। সিও এটা আনন্দমধুৰ দুখৰ পটভূমিত। দুয়ো হাঁহিব লাগিছিল অথচ কান্দিছে।

মোৰ দাদা বিদ্যুৎ আহিছে। দাদাই কাৰোফালে চোৱা নাই। মাত্ৰ দাদাই তলমূৱা হৈ বহি আছে। তাৰ কান্ধত এখন কিতপেৰে ভৰা বেগ। সম্পূৰ্ণ এবেগ কিতাপ।

মই কেটলিত চাহ বহাই দিছোঁ। আজি কিমান বছৰৰ মূৰত মই চাহ বনাইছোঁ? মোৰ খুব ভাল লাগি গৈছে। বাৰাণ্ডাত বাকী তিনিজন বহি আছে।

কিন্তু কোনোৱে কাকো মাতিব পৰা নাই—

মোৰ বিশ্বাস আছিল দাদা আহিবই আহিব।

সেইয়া ক্লপ ক্লপ শব্দ; ধোঁৱাটো কদমত গৈ আছে। এইবাৰ কিন্তু ধোঁৱাটো মোৰ আয়ত্তাধীন। তাৰ নাকত লেকাম লগাই দিছোঁ।



# ৰূপহীতলীৰ সম্ভাব্য বিস্ফোৰণ

মনজিৎ সিং

এতিয়াও মোৰ চকুৰ সন্মুখত ভাঁহি আছে ঢৌতে থৰ মাৰি, সময়ৰ ফাঁকে ফাঁকে দুটা টিউচন কৰি পোৱা টকাৰে কোনোৰকমে জোৰা-তাপলি মাৰি কলেজীয়া শিক্ষা চলাই যোৱা যুগলৰ নিত্যক্লান্ত মুখখন। এবোজা চিন্তাত কোচ খাই থকা কপালখন। ভাহি আছে মাৰথান দৌৰ দি অহা মানুহৰ দৰে, ক্লান্ত হৈ কটন সাৰ্বজনীন ছাত্ৰাবাসৰ ছয় নম্বৰ কোঠালীৰ দুৱাৰৰ কাষৰ বাওঁফালৰ বিছনাখনত লাং-খাই পৰা যুগলৰ ক্ষীণ দেহটো।......কি জাৰ, কি জহ, সদায় একেটাই সূতাৰ অ'ত-ত'ত ফিচিকা চোলাটোৰে গোটেই বছৰেটো কটাই দিয়া যুগলক কলেজীয়া জীৱনত মই মাথো এটা বছৰৰ বাবেহে পাইছিলোঁ। তাতে আক' পুৱা আৰু সন্ধ্যা সি টিউচনত ব্যস্ত থাকে বাবে তাৰ লগত মোৰ দেখা-সাক্ষাৎ হৈছিল ৰাতিহে। হয়তো সেইখিনিও নহলহেঁতেন, যদি আমি একেটা ছাত্ৰাবাসৰে একেটা কোঠালীতে নাথাকিলোহেঁতেন। হয়তো গোটেই দিনটো পৰুৱাৰ দৰে ব্যস্ততাৰে কটাই দিয়া যুগলৰ সৈতে মোৰ কোনোদিনেই পৰিচয় নহ'লহেঁতেন।

মোৰ বি, এ, পৰীক্ষা হৈ যোৱাৰ পিছত প্ৰথম বাৰ্ষিকৰ ছাত্ৰ যুগলক ছাত্ৰাবাসৰ ছয় নম্বৰ কোঠালীতে এৰি থৈ মই গুচি আহিলোঁ। বি, এ পাছ কৰিলোঁ। এম, এ পঢ়িবলৈ ইচ্ছা আছিল যদিও অভাৱৰ বাবেই পঢ়া নহ'ল। তাৰ পিছৰ পৰাই এখন সাপ্তাহিক বাতৰি প্ৰতিষ্ঠানত এজন সাংবাদিক হিচাপে মূৰটো গুজি কোনোৰকমে দিনবোৰ অতিবাহিত কৰি আহি আছোঁ। কলেজ এৰাৰেপৰা যুগলৰ সৈতে মোৰ দেখা-দেখিয়ে হোৱা নাছিল। দীৰ্ঘদিনৰ বিৰতিৰ পিছত কালি ইয়ালৈ আহি যুগলক লগ পাই গলোঁ। লগ পালোঁ অন্য এক যুগলক। লগ পালোঁ, কেৱল কিবা সুধিলেহে উত্তৰ দিয়া, প্ৰায় বাক্যহীন যন্ত্ৰৰ দৰে মূঠেই কথা নোকোৱা যুগলৰ পৰিবৰ্তে মুখত কথাই আখৈফুটা দিয়া যুগলক।

ঃ দুখৰ পাহাৰ জানো আপুনি খান্দি খান্দি শেষ কৰিব পাৰিব ? নোৱাৰে— নিশ্চয় নোৱাৰে।······এনেকুৱা ঘটনা, মানে ধৰক, আমাৰ গ্ৰাম্যজীৱনৰ দাৰিদ্ৰতা, নিষ্পেষণ-নিপীড়নৰ বিষয়ে আপুনি নিশ্চয় আগতেও বহুত কথা শুনিছে। সেয়েহে কৈছোঁ, আপুনি মোক কৰা প্ৰশ্নবোৰ এতিয়া আমাৰ বাবে তেনেই মূল্যহীন।

যুগলে অনৰ্গলভাবে কৈ যোৱা কথাবোৰকে মই মনৰ মাজত জুকিয়াই লৈছোঁ। এবা যুগলে ঠিকেই কৈছে। সিহঁতৰ দুখ-যন্ত্ৰণাৰ সম্ভেদ ললেই জানো সিহঁতৰ দুখৰ অৱসান ঘটিব ? সিহঁতৰ জানো কিবা উপকাৰত আহিব ?

ঃ আপোনাৰ এই কথাবোৰ আমাৰ একো উপকাৰত নাহে। ইয়াৰপৰা আমাৰ কোনো লাভ নহয়। আপোনাৰ হয়তো ব্যক্তিগতভাবে বহুত লাভ হ'ব পাৰে। কাৰণ, আপুনি এজন প্ৰতিষ্ঠিত সাহিত্যিক আৰু নামজলা সাংবাদিক।

এবা, মই এজন সাংবাদিক। সাংবাদিক হিচাপে মই যুগলক প্ৰশ্ন কৰি পোৱা উত্তৰবিলাকক সজাই-পৰাই কাকতত প্ৰচাৰ কৰিম। সজাই-পৰাই মানে, নানা ৰহণ সানি, এপাচি যোগ-বিয়োগ কৰি।······সময়ৰ কথাতো। আৰু এজন সাহিত্যিক হিচাপে—

ঃ আৰু এজন সাহিত্যিক হিচাপে এইবোৰ ঘটনাই আপোনাক এটা গল্প বা এখন উপন্যাস লিখাৰ বাবে প্ৰেৰণা যোগাব পাৰে।

ঃ অকল প্ৰেৰণাই কিয়, মই হয়তো এইবোৰ ঘটনাৰ আলমতে এখন বৃহৎ উপন্যাস লিখি পঢ়ুৱৈৰ সমাজৰ বাঃ বাঃ লবও পাৰোঁ। সঁচাকৈ, তাতকৈ বেছিনো আমি কি কৰিছো ?

ঃ আপোনালোকৰ যে আমাৰ প্ৰতি অনুকম্পা আছে, সেইয়া আমি জানো। তথাপি আমাৰ প্ৰতি অনুকম্পাত অভিভূত হৈ আমাৰ কাৰণে কিবা এটা কৰাৰ বাবে যিমানে ইচ্ছা নকৰক কিয়, আপোনালোকে আমাৰ কাৰণে একো কৰিব নোৱাৰে। কাৰণ, আপোনালোকৰ হাতে-ভৰিয়ে শিকলিৰে বান্ধি থোৱা আছে আৰু যেই শিকলি ছিঙাৰ সাহস আপোনালোকৰ নাই······

মই ইয়ালৈ আহিছিলোঁ এই অঞ্চলৰ গাওঁসমূহৰ আৰ্থিক অৱস্থাৰ পৰিপ্ৰেক্ষিতত এটা সমীক্ষা যুগুতাবলৈ আৰু সেয়েহে কালি ৰহাৰ ওচৰৰে এই ৰূপহীতলী গাৱঁৰ যুগলহঁতৰ ঘৰ ওলাইছিলোহি। যুগলহঁতৰ ঘৰলৈ মই আগতে কেতিয়াও অহা নাছিলোঁ। তথাপি যুগলৰ ঠিকনাটো আগৰেপৰা জনা বাবে কালি যুগলহঁতৰ ঘৰটো উলিওৱাত বিশেষ একো অসুবিধা হোৱা নাছিল।



সন্ধিয়া আহিয়ে যুগলক মই মোৰ উদ্দেশ্য সম্পৰ্কে ভালদৰে বুজাই কৈছিলোঁ। মই ভাবিছিলোঁ বহুত দিনৰ মূৰত লগপোৱা যুগলে মোৰ উদ্দেশ্যৰ কথা শুনি ভাল পাব। মোক সহায় কৰিব। কিন্তু মোৰ ধাৰণাত চেঁচাপানী ছটিয়াই যুগলে. যে এনে ব্যঙ্গাত্মক উক্তি কৰিব, মই ভবাই নাছিলোঁ। মই লক্ষ্য কৰিছিলোঁ যুগলে যেন মোৰ কথাবোৰ শুনি ভাল পোৱা নাছিল। তথাপি মোৰ উপৰ্য্যুপৰি প্ৰশ্নৰ উত্তৰত এটা সময়ত যুগলে ক্ষোভ আৰু বিৰক্তিৰে কথাবোৰ আৰম্ভ কৰিবলৈ গৈ হঠাৎ ৰৈ গৈছিল। মই অত্যন্ত উৎকণ্ঠাৰে যুগলৰ কথাবোৰ শুনিবলৈ বাট চাই আছিলোঁ।

ঃ আমাৰ গাৱঁৰ অৰ্থনৈতিক অৱস্থাৰ বিষয়ে মই আপোনাক এনে ধৰণেৰে ইয়াত বহি বহি ক'লে আপুনি শুনিহে যাব পাৰিব। অৱশ্যে মাজে মাজে হয়তো আবেগিক হৈ পৰিব, কিন্তু উপলব্ধি কৰিব নোৱাৰে। পিছে আপুনি যদি আজি এইবোৰ কথাৰ বাবে মোৰ ওচৰলৈ নাহি আমাৰ গাওঁ পঞ্চায়তৰ সভাপতিৰ ঘৰলৈ গ'লহেঁতেন তেনেহলে······

তেওঁৰ ওচৰলৈ যোৱাহেঁতেন তেওঁ হয়তো মোক গাওঁখনৰ স্কুল ঘৰকেইটা, ভগা বেৰত ৰঙা ত্ৰিভূজ আঁকি থোৱা হচ্‌পিটেলখন দেখুৱালেহেঁতেন আৰু হয়তো ক'লেহেঁতেন, ইয়াৰ সৰহভাগ মানুহ কৃষিজীৱী, প্ৰত্যেকে নিজ নিজ মাটিত খেতি কৰে। গতিকে শস্যই নন্দন-বন্দন। তদুপৰি হয়তো ক'লেহেঁতেন ইয়াৰপৰা বছৰি বহুতো ৰাহি ধান সমবায়ৰ হাতলৈ যায়······ইত্যাদি ইত্যাদি। তাৰ পিছত হয়তো মোক তেওঁ জীপ-গাড়ী অথবা নোদোকা বিলাতী কুকুৰ থকা দুখৰমান মানুহৰ ঘৰলৈ লৈ গ'লহেঁতেন। মাছে-মঙহে খুৱালেহেঁতেন। আৰু ইয়াৰ ওপৰতে ভিত্তি কৰি মই এখন "সফল উন্নত গাৱঁৰ" সমীক্ষা এটা যুগুতাই নিৰলগীয়া হ'লহেঁতেন। এইখিনি কথা মই মোৰ সাংবাদিক জীৱনৰ অভিজ্ঞতাৰ পৰাই অনুমান কৰিব পাৰিছোঁ।

ঃ আপুনি ভুল কৰিলে। মোৰ ওচৰলৈ নাহি পঞ্চায়তৰ সভাপতিৰ ওচৰলৈ যোৱাহেঁতেন আপুনি আমাৰ গাৱঁৰ এখন সজীৱ কাল্পনিক চিত্ৰ কান্ধত ওলমাই নিব পাৰিলেহেঁতেন······।

কেইমুহূৰ্তমানৰ মৌনতাৰ পিছত খোলা দুৱাৰেৰে বাহিৰলৈ আঙুলিয়াই ক্ষোভ আৰু আক্ষেপেৰে যুগলে কৈছিল ঃ আচলতে আমাৰ গাৱঁৰ সঁচা ছবি সেইখনহে।

যুগলে আঙুলিয়াই দিয়াৰ ফালে মই চাইছিলোঁ। এজাক তেনেই শুকাই-খীণাই যোৱা লেৰেলা-চেপেটা অৰ্দ্ধনগ্ন লৰা-ছোৱালীয়ে পিতনিৰ দাঁতিৰ কচু আৰু

কলমৌ শাকৰ ওপৰত হেতা-ওপৰা লগাইছে। যেন সাগৰৰ তলীৰ মাণিকৰ বুকুতহে সিহঁত হাম্‌খুৰি খাই পৰিছে।

: এই যে আমাৰ ঘৰটো দেখিছে—

মই পিতনিখনৰপৰা চকু ঘূৰাই আনি যুগলৰ ফালে চাইছিলোঁ। আজ পুৱাই চাৰিচুক মাৰি চাই লোৱা যুগলহঁতৰ ঘৰটোৰ সম্পূৰ্ণ অবয়বটো মোৰ স্মৃতি-পটত ভাহি উঠিল। এটা তিনিটা কোঠাৰ খেৰী ঘৰ। তলখন জেকা। ওপৰৰ চালখন আকৌ চোৱাবৰ হৈছে। ঘৰটোৰ আগফালে পিৰালিৰ কাষতে কেই-জোপামান ফুলগছ আছে। পিছফালে কিছু ঠাই আছে। শাক-পাচলিৰ খেতি কৰিছে। গোটেই চাৰিসীমাটো বাঁহৰ জেওৰাৰে আবৃত। অৱশ্যে জেওৰাও ঠায়ে ঠায়ে ভাগিছে।

: গাৱঁৰ নিৰ্দিষ্ট কেইটামান ঘৰৰ পিছতেই ইয়াৰ স্থান। অৰ্থাৎ বাকী ঘৰবোৰৰ সৰহ সংখ্যকৰে ভিতৰৰপৰা ওপৰলৈ চালে আকাশ দেখি। আধিখেতি বা চুক্তিখেতি কৰাৰ দিনকেইটাৰ বাহিৰে বাকী সময়ত ইয়াৰ সৰহ সংখ্যক অধিবাসীয়ে দিন-হাজিৰা বিচাৰি ঘূৰি ফুৰিব লাগে। অথচ, এইটোও সত্য কথা যে ইয়াৰপৰা বাহি ধানৰ নামত বছৰি কিছু ধান সমবায়লৈ আৰু যথেষ্ট পৰিমাণৰ ধান ক'লা বজাৰলৈ যায়। এইটোও সত্য কথা যে, এই গাঁৱৰে মানুহৰ ঘৰত ধূলি উকৰাই বাটৰ মানুহৰ চকু কণা কৰি যোৱা জীপগাড়ী আছে। এইখন গাৱঁতে নিতৌ আঢ়ৈশ গ্ৰাম মাংস খুৱাই বিলাতী কুকুৰ পোহা মানুহো আছে। এইখন গাৱঁৰ পৰাই ধৰ্মৰ নামত প্ৰতিমাহে বহুত টকা কোনোবা বাবাৰ পুঁজিলৈ যায়। এইখন গাৱঁতে নিৰ্বাচনৰ সময়ত মদ-মাইকী আৰু মাংসৰ আড্ডা বহে। আৰু এইখন গাৱঁৰ মানুহে ক'ৰবাত কেতিয়াবা কোনোবাই কোৱা সাধুকথাও অহকাণে পহুকাণে শুনে—শুনি আহিছে আৰু শুনি আছে।

যুগল বোধহয় ভিতৰি ভিতৰি কিছু উত্তেজিত হৈ পৰিছিল আৰু এটা সময়ত বহি থকা মূঢ়াটোৰ পৰা উঠি সৰু কোঠালীটোৰ ভিতৰতে ইফালৰপৰা সিফাললৈ গৈ কৈছিল : অথচ আমি ইয়াত একো কৰিব পৰা নাই। আমি ইয়াত নিঃস্ব। দেউতাহঁতৰ ভুৱা আদৰ্শৰ বলি হৈছোঁ আমি। দেউতাহঁত আছিল এটা সময়ৰ ছচিয়েল ভিক্‌টিম্ আৰু এতিয়াৰ ছচিয়েল ভিক্‌টিম হৈছোঁ আমি।

হঠাৎ অশান্ত হৈ উঠা যুগলে যেন কথাখিনি কৈ ক্লান্তি অনুভৱ কৰিছিল আৰু এটা সময়ত আকৌ মূঢ়াটোত বহি পৰিছিল।

যুগলৰ কথাবোৰ শুনি শুনিয়ে ৰূপহীতলীৰ এখন অস্পষ্ট ছবি মোৰ চকুৰ



সমুখলৈ টানি আনিছিলোঁ। যুগলে ঠিকেই কৈছিল—এনে ধৰণৰ কথা মই আগতেও বহুত শুনিছোঁ। কেৱল স্থান আৰু বক্তাৰহে সলনি হৈছে। ঘটনা-প্ৰবাহ একেই। তথাপি ৰূপহীতলীখন এবাৰ নিজে চাই লবলৈ খু-উ-ব মন গৈছিল। মন গৈছিল যুগলৰ কথাবোৰ শুনি যাবলৈ। নিশ্চুপ হৈ পৰা যুগলক আকৌ কি প্ৰশ্ন কৰিম ভাবিয়ে পোৱা নাছিলোঁ। নতুনকৈ কথাৰ পাতনি মেলিবলৈ ধৰা মানুহৰ দৰে মই যুগলক ব্যক্তিগত কথাৰে সুধি পেলাইছিলোঁ—

: তুমি এতিয়া কি কৰি আছা ? চাকৰি-বাকৰিৰ বাবে ক'তো যত্ন কৰা নাই নেকি ?

আচলতে মই জানো, মই এটা অপ্ৰাসঙ্গিক আৰু এই মুহূৰ্তত অপ্ৰয়োজনীয় প্ৰশ্ন সুধিছিলোঁ। যুগলৰ উত্তেজনা বাঢ়ি অহা দেখিয়ে পৰিবেশটো সলনি কৰিবলৈ মই সেই প্ৰশ্নটো কৰিছিলোঁ। কিন্তু মোৰ প্ৰশ্নটোৱে যুগলৰ উত্তেজনা দুগুণে বঢ়াইহে দিলে। উমি উমি জ্বলি থকা জুইকুৰা যেন ভমকৈ জ্বলি উঠিল।

: চাকৰি ? কলেজ এৰাৰে পৰা এতিয়ালৈকে যোৱা দুবছৰে টিউচন কৰি পোৱা টকাৰ অন্ততঃ দুশ-আঢ়ৈশমান টকাৰ ট্ৰেজাৰী চালান দি বহুত কাগজ খৰচ কৰি বহুত এপ্লিকেচন কৰিলোঁ। এতিয়াও কৰি আছোঁ। কিন্তু ক'ত ? এবাৰ অৱশ্যে এটা পাইছিলো। এল্-ডি এছিছটেণ্ট। পাঁচশ টকা দিলেই হেনো হৈ যায়। চব বন্দৰস্ত······

যুগলৰ শেঁতা মুখখনত যেন কোনোবাই একুৰা জুইহে ছটিয়াই দিলে। সি থৰ হৈ বৈ গ'ল। তাৰ অৱস্থাটো দেখি মই কি ক'ম, কি নক'ম একো ভাবিয়ে পোৱা নাছিলো। মাথো একেৰাহে তাৰ মুখখনৰ ফালে চাই আছিলো।

: চব বান্দৰামি······এই বান্দৰামিৰ বীজটো দিশে দিশে অংকুৰিত হৈছে। গাওঁখনো ইয়াৰ কবলৰপৰা মুক্ত নহয়।

জঠৰ হৈ পৰা যুগলে হঠাৎ মৌনতা ভঙ্গ কৰিলে।

: বলক, গাওঁখন আপুনি এবাৰ নিজেই চাই লওক।

হঠাৎ বহি থকা মূঢ়াটোৰপৰা থিয় হৈ যুগলে মোৰ হাতত ধৰি মোক এক-প্ৰকাৰ টানিয়ে লৈ গৈছিল কোঠালীৰ ভিতৰৰপৰা। আমি ৰূপহীতলীৰ আলিত খোজ দিছিলোঁ।

: এইটো লক্ষণ দাইটিৰ ঘৰ।

খহি পৰোঁ পৰোঁকৈ থকা জুপুৰী ঘৰ এটালৈ আঙুলিয়াই দি যুগলে কৈছিল। ঘৰটোৰ পিৰালিত বহি লেৰেলা সেঙুন-নকা ল'ৰা এটাই পে-পেয়াই আছিল।

ঘৰটোত আৰু কোনো মানুহ নাছিল বোধহয়। হয়তো যুগলে কোৱাৰ দৰে লক্ষণ দাইটিয়ে কান্ধত নাঙল লৈ কাৰোবাৰ আধিখেতি কৰিবলৈ গৈছে, নতুবা হয়তো হাজিৰা কাম বিচাৰি ঘূৰি ফুৰিছে।

ধূলিৰ মাজত খোজ দি দি বাটৰ কাষৰ টেঙাগছ জোপাত বমলিয়াই থকা কাউৰীজনীৰ কালে চাই চাই চেপা মাতেৰে যুগলে কৈছিল—

: চহৰত ইমানবোৰ ডাঙৰ ডাঙৰ পুথিভঁৰাল আছে, বিভিন্ন সভা-সমিতিত বক্তৃতা দিবলৈ সুবিধা আছে, গল্প-প্ৰবন্ধ লিখিবৰ বাবে বিভিন্ন আলোচনী বাতৰি কাকত আছে, তথাপি বাৰু মানুহবোৰে ইন্টেলেকচুৱেলিটিৰ কচৰৎ কৰিবলৈ এই গাৱঁৰ ধূলি-বালি খচকি কষ্ট কৰিবলৈ কিয় আহে?

যুগলে কি কব বিচাৰিছিল, মই স্পষ্ট বুজিছিলোঁ। ধাৰণা হয়তো সম্পূৰ্ণ ভুল নহয়। সামাজিকভাবে দায়বদ্ধহৈ প্ৰকৃত কৰ্তব্যৰ আহ্বানত গাৱঁলৈ যোৱা ব্যক্তিৰ সংখ্যা আমাৰ সমাজৰ এই সন্ধিক্ষণতো অতি তাকৰীয়া। তাবে ভিতৰত হয়তো কিছু সংখ্যকে তেওঁলোকৰ কৰ্তব্য পথত অগ্ৰসৰ হৈছে। কিন্তু কিছুমানে আকৌ যুগলে কোৱাৰ দৰে ইন্টেলেকচুৱেলিটিৰ কচৰৎ কৰিবলৈহে গাৱঁলৈ আহে। তেওঁলোকৰ বাবে ই এটা চখ। গাৱঁৰ এই ভগাপঁজাবোৰ সিহঁতৰ বাবে হৈ পৰে ইন্টেলেকচুৱেলিটিৰ গৱেষণাগাৰ আৰু ইয়াৰ ধূলি-বালি, বোকা, পথাৰ এই ক্ষেত্ৰত সিহঁতৰ বাবে হৈ পৰে গৱেষণাৰ বিষয়বস্তু। তাৰ পিছত সিহঁতৰ কি চমৎকাৰ লেকচাৰ। তাকে কিছুমানে জানি-শুনি চখত ভণ্ডামী কৰিবলৈ ধৰে আৰু কিছুমানে অৱচেতন মনত এই ভাবে ক্ৰীড়া কৰাৰ বাবে অজ্ঞাতে কৰে। মই নিজেও আজি তাৰ ব্যতিক্ৰম নহয়। মই নিজকে এজন সমাজ-সচেতন সাংবাদিক বুলি ভাবোঁ কাৰণেই নিজৰ কিছুমান সামাজিক দায়িত্ব থকা বুলিও ভাবোঁ। কিন্তু মই জানো মোৰ সামাজিক দায়িত্ব পালন কৰিব পাৰিছোঁ? যুগলে কোৱাৰ দৰে আমাৰ হাতে-ভৰিয়ে শিকলিৰে বান্ধি থোৱা আছে বুলি ভাবিয়ে আনকো দবা পিটি শুনাই দিছোঁ সেই কথাটো। আৰু সেয়েহে এতিয়া একো কৰিব পৰা নাই বুলি সান্ত্বনা লভিছোঁ—কেতিয়াবা শিকলি খোল খালে আমি কিবা এটা কৰিম বুলি বহি আছোঁ। কিন্তু শিকলি ছিঙাৰ প্ৰচেষ্টা প্ৰত্যক্ষভাবে কৰিবলৈ আমাৰ সাহস নাই। এইদৰে যদি সদায় শিকলিৰে বান্ধ খাই থাকোঁ আমি কি কি কৰিম?

বেলি দুপৰ হৈছিল। মৌনতা অৱলম্বন কৰিয়ে গাৱঁৰ মাজেৰে দুয়োটাই বহুদূৰ আগবাঢ়ি গৈছিলোঁ। যাওঁতে বাটৰ কাষত দেখা প্ৰায় চাল উৰুঁলি যোৱা



জুপুৰী ঘৰবোৰ, লেৰেলা-গেৰেলা নাঙঠ-পিঙঠ, সেঙুন চেলেকি থকা লৰা-ছোৱালীবোৰ, পথাৰত কাম কৰি কুঁজা হৈ পৰা খেতিয়কবোৰ, অকালবৃদ্ধা তিৰোতাবোৰ যৌৱন ঢাকিবলৈ ইফালৰপৰা সিফাললৈ ফটা ৰিহাৰ আগ টানি তৰণি নোপোৱা গাভৰুবোৰ দেখি দেখি যুগলে কোৱা কথাবোৰ উপলব্ধি কৰিছিলোঁ।

: কি হ'ল বীৰেশ্বৰ কাইটি, হালচোন আজি বৰ সোনকালে মেলিলা?

এইবুলি দুপৰীয়া কান্ধত নাঙল লৈ গৰুহাল খেদি খেদি আমাৰ কাষেদি পাৰ হৈ যোৱা আদহীয়া মানুহ এজনৰ ফাললৈ চাই যুগলে প্ৰশ্ন কৰিছিল।

: এহ্ নকবি দে অ', সিজনী আৰু' মাক হবলৈ ওলাইছে নহয়। গতিকে বোলো অলপ সোনকালে যাওঁচোন। পিছে তোৰ লগত সেয়া ক'ৰ আলহী?

: এখেত চহৰৰপৰা আহিছে আমাৰ গাওঁ ফুৰিবলৈ। আমাৰ গাৱঁৰ কথা হেনো খবৰ কাগজত লিখিব।

মই দুইহাত ওপৰলৈ তুলি মানুহজনক নমস্কাৰ জনালোঁ। তেৱোঁ প্ৰতি-নমস্কাৰ জনাই ক'লে: এহ্ জানো মাজে-মধ্যে শুনোতো আমাৰ খেতিয়কবোৰৰ কথা, দিন হাজিৰা কৰিখোৱা মানুহবোৰৰ কথাও হেনো কাগজত কিবাকিবি লিখে। পিছে আমাৰনো কিটো লাভ হ'ব বোপাই? আমি লেখা-পঢ়া নজনা মানুহ। সেইবোৰ তোমালোকে লিখি তোমালোকেই পঢ়াহঁক। আমাৰ কথা লিখিলেও আমি কান্ধত নাঙললৈ যেনেকৈ আছোঁ, তেনেকৈয়ে থাকিব লাগিব। কাগজত আমাৰ কথা লিখিলেনো আমি ক'ৰ সৰগলৈ যাম?...যাওঁ দিয়া বোপাই। বেয়া নাপাবা আৰু'। মই মনৰ কথাষাৰহে কলোঁ।...হুৰ...হুৰ, মুগা।

মই বীৰেশ্বৰ কাইটিক কিবা এষাৰ কওঁ বুলি মুখ মেলোঁতেই তেওঁ এচাৰি এডালেৰে গৰুহাল খেদি খেদি বেগাবেগীকৈ মোৰ কাষেৰে পাৰ হৈ গ'ল।

: শুনিলে? বীৰেশ্বৰ কাইটিয়ে ঠিকেই কৈছে। এইবোৰ মানুহে ইমানদিনে সাধু শুনি আহিছিল। এতিয়াও তেওঁলোকক সাধু শুনোৱাই থকা হৈছে। কিন্তু সদায় জানো তেওঁলোকক এই সাধুবোৰ শুনোৱাই থাকিব পাৰিব? নোৱাৰে—নিশ্চয় নোৱাৰে। তেওঁলোকৰ সন্মুখত এই সাধুবোৰ আজিকালি মূল্যহীন হৈ পৰিছে। অ'ৰ ত'ৰ ছিগা চুলি জোৰাই জোৰাই আমাৰ জীৱনক বিকৃত কৰি চলাহীৰ নেঘেৰী খোপা বন্ধা এই সাধুবোৰক তেওঁলোকে ঘিণ কৰিব শিকিছে।

এটা সময়ত আমি পুনৰ ঘূৰি আহি যুগলহঁতৰ ঘৰ ওলাইছিলোঁ হি। যুগলৰ বিক্ষিপ্ত মনৰ কথাবোৰে মোৰ মনৰ মাজত হেজাৰ প্ৰশ্নৰ জোৱাৰ তুলিছিল। কোনোবা গীতিকাৰৰ গীতত, কবিৰ কবিতাত পোৱা পাহুৱাল ডেকা এইখন গাৱঁত নাই। পাহুৱাল ডেকাৰ শৰীৰৰ অবয়বটো ইয়াত এটা কল্পনাৰহে বস্তু। তথাপি জানো এই মানুহবোৰ সদায় এনেকৈয়ে থাকিব ? নিজৰ পেট বৌ বৌৱাই জ্বলাৰ দৰে এই মানুহবোৰো জানো এদিন জ্বলি নুঠিব ?

: এতিয়া সময় কিমান হ'ল ?

যুগলৰ প্ৰশ্নোত্তৰ দিবলৈ মৈ হাতৰ ঘড়ীটোলৈ চাই দেখিছিলোঁ তেতিয়া দুপৰীয়া দুই বাজি গৈছিল। লগে লগে মোৰ মনত পৰি গৈছিল মই ইয়ালৈ অহাৰ উদ্দেশ্যৰ কথা।

...এৰা মোৰ সমীক্ষাটো ? ইয়ালৈ মই এটা সমীক্ষা যুগুতাবলৈহে আহিছিলোঁ ! সেইটোত বাৰু কি লিখিম এই গাওঁখনৰ কথা ? এই মানুহবোৰৰ কথা ? ডায়েৰীখনত কিবা অলপ টুকি লওঁ বুলি ভাবি ডায়েৰীৰ পাত মেলি হঠাৎ বৈ গৈছিলোঁ মই কথাবোৰ ভাবি ভাবি। ডায়েৰীৰ পাতত কি লিখিম ? এই ৰূপহীতলীত মানুহবোৰৰ মৰি মৰি জীয়াই থকাৰ কথা লিখিম নে ৰূপহীতলীৰ সম্ভাব্য বিস্ফোৰণৰ কথা লিখিম ?

কথাবোৰ ভাবি ভাবি মই কোনো এটা নিৰ্দিষ্ট সিদ্ধান্তলৈ আহিব পৰা নাছিলোঁ। মাথো যুগলৰ শেষ প্ৰশ্নটো অন্য এটা ৰূপত মোৰ মনত দোলাদি থাকিল। মোৰ চকুৰ সমুখত ওলমি থকা সেই প্ৰশ্নবোধক চিনডালে ক্ৰমাৎ বৃহত্তৰপৰা বৃহত্তৰ ৰূপ লবলৈ ধৰিলে। সময় !...সময় !!...ঘড়ীৰ কাটাৰ নিৰ্দেশ মানি যুগলক মই দুই বাজি গ'ল বুলি কোৱাৰ পিছতে মোৰ মনত সেই প্ৰশ্নটোৱেই পাকঘূৰণি খাই বল :

এতিয়া সময় কিমান হ'ল ? ? ?



# ধুমুহাৰ বাবে

—নয়ন কুমাৰ মেধি

হঠাতে সাৰ পাই গ'ল পদ্ম খনিকৰে।

নানা চিন্তা-ভাৱনাত জুৰুলা হৈ বহু ৰাতিলৈ ছট্‌ফটাই থাকি কোনোমতে অকণমান চিল্‌মিল্‌কৈ টোপনি যোৱা অৱসৰপ্ৰাপ্ত বৃদ্ধ পণ্ডিত পদ্ম খনিকৰৰ টোপনি ভাগিল। খং আৰু বিৰক্তিৰে তেওঁৰ মন ভৰি পৰিল। অনেক চেষ্টাৰ বলত অহা এইকণ টোপনি ভাগি গ'ল যেতিয়া আৰু টোপনি অহাৰ কথা তেওঁ ভাবিবই নোৱাৰে। কিন্তু কিয় তেওঁ সাৰ পাই গ'ল ? এইবাৰ পদ্ম খনিকৰ মুহূৰ্তৰ বাবে তভক মাৰি বৈ থাকিল।

ঘৰৰ সমুখৰ ৰাস্তাটোতে মানুহৰ গুণগুণনি। সেই গুণগুণনি, সেই পদশব্দবোৰ যেন তেওঁৰ নঙলাৰ ফালেই আগবাঢ়ি আহিছে। সকলো চিন্তা কিছু সময়ৰ বাবে একাষৰীয়াকৈ থৈ উৎকৰ্ণ হৈ ৰ'ল পদ্ম খনিকৰ। সেই পদশব্দবোৰ যেন ঘৰৰ ক্ৰমশঃ ওচৰলৈ আহি আছে। অস্ফুট কথাৰ টুকুৰা কিছুমান উফৰি পৰিছে। পদ্ম খনিকৰে অনুমান কৰিবলৈ চেষ্টা চলালে কিছুমান মানুহে উত্তেজনাতে ইফালে-সিফালে লৰা-ঢপৰা কৰিব খুজিছে কিন্তু সেই উত্তেজনা সিহঁতে চেপি ৰাখিছে। চাকিটো জ্বলাব নেকি ? নাই থাওক। বেৰকেইখন যিহে জালৰ দৰে হৈ পৰিছে অকণমান পোহৰতে বাহিৰৰপৰা সকলো স্পষ্ট হৈ পৰিব। তাতকৈ বেৰৰ ফাঁকেৰেই চাই থকা ভাল হ'ব। পদ্ম খনিকৰে ক্ৰমশঃ দৃষ্টি ক্ষীণ হৈ অহা দুচকু বেৰৰ জলঙাত থৈ সন্ধানী দৃষ্টিৰে বাহিৰৰ সকলো নিৰীক্ষণ কৰিবলৈ ধৰিলে। কেইটামান ছায়া-মূৰ্তিয়ে তেওঁৰ ঘৰৰ চোতালত ঘূৰা-পকা কৰা আৰম্ভ কৰিছে।

সিহঁত আহিছে।

পদ্ম খনিকৰে যি ভাবিছিল সেয়াই হ'ল। পদ্ম খনিকৰে জানিছিল : সিহঁত এদিন আহিব। সিহঁতৰ আগমনৰ উমান বহু আগতেই তেওঁ পাইছিল। যদিও

আজিয়ে সিহঁত আহিব বুলি পদ্ম খনিকৰ প্ৰস্তুত হৈ থকা নাছিল তথাপি এইটো একেবাৰে অপ্ৰত্যাশিত বুলিও তেওঁ কব নোৱাৰে। সেয়ে আশ্চৰ্য্য প্ৰকাশ কৰা অথবা খুব বেছি ভীত-সন্ত্ৰস্ত হোৱাৰ যুক্তি পদ্ম খনিকৰে বিচাৰি নাপালে। তেওঁ যে এদিন এনে এক জটিল পৰিস্থিতিৰ সমুখীন হ'ব লাগিব, তেওঁৰ বাবে যে এনে এক দুৰ্যোগৰ ৰাতি নামি আহিব সেই কথা তেওঁৰ ভাৱনাৰ বাহিৰত নাছিল।

পদ্ম খনিকৰে বুজি উঠিছিল কৈলাশক তেওঁ আৰু কোনোমতেই চম্ভালিব নোৱাৰে। সন্তানক নিৰাপদে ৰখাৰ বাবে কেৱল পিতৃত্বৰ দাবী আৰু মৰমৰ ডেউকাই যথেষ্ট নহয়। কিন্তু এইকণৰ বাহিৰে পদ্ম খনিকৰৰ আৰুতো একো নাই!

বহুতৰে চকুত কৈলাশ এক সন্ত্ৰাস, মূৰ্তিমান বিভীষিকা। বহুদিনৰপৰা সিহঁতে কৈলাশৰ প্ৰতি খঙত জ্বলি আছে। আক্ৰোশত গুজৰি আছে।

কিন্তু কৈলাশৰ দোষ ক'ত?

সিহঁতে ক'লে: 'জুইকুৰা কৈলাশেই জ্বলালে।'

এজাৰপুৰ গাৱঁৰ সহজ-সৰল মানুহবোৰক হেনো কৈলাশে বিক্ষুব্ধ কৰিছে। মানুহৰ অন্তৰত বিক্ষোভৰ সৃষ্টি কৰিছে। এজাৰপুৰ গাৱঁত কৈলাশে সৃষ্টি কৰিছে সন্ত্ৰাস।

আৰু পদ্ম খনিকৰে কব খোজে, অকল এজাৰপুৰ গাওঁখনকে নহয়, গোটেই পৃথিৱীকে চিঞৰি চিঞৰি জনাই দিব খোজে কৈলাশে কোনো অপৰাধ কৰা নাই। কৈলাস সম্পূৰ্ণ নিৰ্দোষী।

মানুহৰ অন্তৰৰ জুই নিজে নিজেই জ্বলি উঠিছে তাত কৈলাশে ঘিউ ঢালিব নালাগে। বহু যুগৰ যন্ত্ৰণা, বহু যুগৰ ক্ষোভ পুঞ্জীভূত হৈ আছে মানুহৰ অন্তৰত। সেই যন্ত্ৰণাৰপৰা মানুহে মুক্তি বিচাৰিবই। সেই ক্ষোভে প্ৰকাশৰ বাট বিচাৰি বিক্ষোভ কৰিবই। সহনশীলতাৰো এক সীমা আছে।

এনেকৈয়ে জুই জ্বলে। উমি উমি থকা জুই এক অগ্নিকুণ্ডত পৰিণত হয়।

জুই জ্বলিছে এজাৰপুৰতো।

এটা সময়ত কৈলাশৰ প্ৰতি পদ্ম খনিকৰৰো খং আছিল। কৈলাশৰ উচ্ছৃংখল জীৱনৰ অস্তিত্বই এদিন পদ্ম খনিকৰক কঁপাই তুলিছিল। বিনষ্ট কৰিছিল সি স্বাভাৱিক শান্ত পৰিবেশ। পদ্ম খনিকৰৰ ঘৰৰ সকলোৰে কৈলাশৰ কাৰণে হেৰুৱাই পেলাইছিল মানসিক শান্তি। এজাৰপুৰ গাওঁখনৰ লগতে এদিন পদ্ম খনিকৰেও কৈলাশক ক্ষমা কৰিব পৰা নাছিল। কিন্তু—



কিন্তু এতিয়াহে পদ্ম খনিকৰে বুজি উঠিল কৈলাশ প্ৰকৃততে দোষী নে নিৰ্দোষী!

কৈলাশ যুগৰ বলি। কৈলাশ এই ক্ষয়িষ্ণু সমাজখনৰে সৃষ্টি। তাৰ কাৰণে কৈলাশকু দোষী সাব্যস্ত কৰাৰ কোনো যুক্তি নাই।

পদ্ম খনিকৰে প্ৰশ্ন কৰিবলৈ শিকিলে—কৈলাশে উচ্ছৃংখলতাকে জীৱনৰ সত্য পথ ৰূপে গ্ৰহণ কৰিব লগা হ'ল কিয়? কিয় কৈলাশে মৌজাদাৰৰ ছোৱালীৰ ডিঙিৰপৰা সোণৰ হাৰডাল আঁজুৰি আনিলে?

কৈলাশৰো অভিযোগ আছে। তাৰ অন্তৰতো খঙ আছে, ক্ষোভ আছে, আক্ৰোশ আছে। সেই খং-ক্ষোভে কৈলাশক অস্থিৰ কৰি তোলে। সেই আক্ৰোশত কৈলাশ জ্বলি উঠে।

ওৰেটো জীৱন প্ৰাথমিক স্কুলখনত শিক্ষকতা কৰি অৱশেষত ব্যৰ্থতাৰ অশ্ৰুজল আৰু স্বপ্নভঙ্গৰ দুখত ক্ষত-বিক্ষত এখন হৃদয় লৈ যিদিনা পদ্ম খনিকৰ ঘূৰি আহিল সেইদিনা সময়ৰ আঁচোৰত ভাঙি পৰা দেউতাকৰ নিস্তেজ মুখখনলৈ চাই নিথৰ হৈ গ'ল কৈলাশ। জীৱনৰ বিয়লি বেলা দুআঠুত মূৰ গুজি জুপুকা মাৰি বহি থাকি অনিশ্চয়তাৰ বুকুত নিঃসহায়ভাৱে উটি যোৱা ঘৰখনৰ ভৱিষ্যত চিন্তা কৰি ভয়ত শিয়ৰি উঠা পদ্ম খনিকৰৰ দৰে কৈলাশেও ঘৰৰ জটিল পৰিস্থিতি উপলব্ধি কৰি চমকি উঠিল।

এনেদৰে অনেক পদ্ম খনিকৰৰ জীৱন ব্যৰ্থ হৈ গৈছে। আজীৱন অক্লান্ত পৰিশ্ৰমেৰে খাটি খাটি অৱশেষত ভগ্ন দেহাৰে কোনো এটা সংখ্যাৰ বাওঁ হাতে বহা শূন্যটোৰ দৰে মূল্যহীন হৈ নিঃস্ব হৈ উভতি অহা বহুতো পদ্ম খনিকৰ আমাৰ মাজত জীয়াই আছে, যাৰ জীয়াই থকাটো মৃত্যুৰেই নামান্তৰ। যি সকলে সমাজৰ, দেশৰ উন্নতিৰ ভেটি গঢ়ে, যি সকলে শিক্ষাৰ প্ৰাথমিক পোহৰ প্ৰদান কৰে সেইসকলেই অতি দুখলগাকৈ বঞ্চিত হৈ আহিছে।

কিন্তু কিয়? কিয় দেউতাকৰ অৱসৰৰ লগে লগে কৈলাশেও স্কুলীয়া জীৱনৰ পৰা অৱসৰ লব লগা হ'ব? কিয় ককায়েক মনেশ্বৰে, এজাৰপুৰৰ সৰহভাগ মানুহে দিনৰ দিনটো হাড় ভঙা পৰিশ্ৰম কৰিও অৰ্ধাহাৰে-অনাহাৰে দিন কটাব লাগে?

কৈলাশে সেই প্ৰশ্নৰ উত্তৰ বিচাৰিলে। তাৰ কাৰণ উদ্ধাৰনৰ চেষ্টা চলালে।

কৈলাশৰ অপৰাধ সিমানেই। কিছুমানে অন্তৰৰ বিক্ষোভক চেপি ৰাখিছে। কৈলাশে ৰখা নাই। কিছুমানে জীৱনৰ সকলো দুখ-যন্ত্ৰণা অদৃষ্টৰ পৰিহাসৰূপে

নিৰ্বিবাদে মানি লৈছে। কৈলাশে লোৱা নাই। কৈলাশৰ সাহসতে আৰু বহুতো সচেতন হৈ উঠিছে। মানুহ হিচাপে জীয়াই থকাৰ ইচ্ছা সকলোৰে আছে। প্ৰতিষ্ঠাৰ বাবে, মুক্তিৰ বাবে মানুহে শিকলি ছিঙিব খুজিছে, পিঞ্জৰ ভাঙিব খুজিছে।

সৌ সিদিনা হৰমোহন মৌজাদাৰে তেওঁৰ পুৰণি আধিয়াৰ বনমালীক যেতিয়া উচ্ছেদ কৰিব খুজিলে, বনমালীয়ে গুজৰি উঠিল : 'আজি আৰু সেই দিন নাই মৌজাদাৰ!'

আকৌ পৰীক্ষিত মহাজনৰ পুতেকে জীৱেশ্বৰৰ ভনীয়েকৰ সৰ্বনাশ কৰাৰ অভিযোগ কৰোঁতে পৰীক্ষিত মহাজনে যেতিয়া অশ্লীল ইংগিত দি কথা ক'লে, জীৱেশ্বৰে ধৈৰ্য্য হেৰুৱাই দা এখন লৈ খেদি আহিছিল; ভাগ্যে আন মানুহে তাক ধৰি ৰাখিলে।

বহুতে ক'লে : 'এয়া কৈলাশৰেই উচটনি।'

হৰমোহন মৌজাদাৰ, পৰীক্ষিত মহাজন, বৰদা ঠিকাদাৰ আহিছিল পদ্ম খনিকৰৰ ওচৰলৈ—কৈলাশক চণ্ডালি লোৱাৰ নিৰ্দেশ দিবলৈ। কাৰণ কৈলাশে হেনো মানুহক বিপথে নিব খুজিছে।

এদিন কৈলাশৰ উচ্ছৃংখলতাৰ কাৰণে যেতিয়া আনে পদ্ম খনিকৰৰ সাত পুৰুষ উজাৰি গালি পাৰিছিল তেতিয়া পদ্ম খনিকৰৰ মূৰটো দুআঠুৰ মাজত সোমাই পৰিছিল। কাৰণ তেতিয়া তেওঁ ভাবিছিল : অপৰাধ যদি কোনোবাই কৰিছে সেয়াতো কৈলাশেই। কিন্তু এতিয়া! পদ্ম খনিকৰে মূৰ দাঙি উঠিল। পৰীক্ষিত মহাজন, হৰমোহন মৌজাদাৰ, বৰদা ঠিকাদাৰ তিনিওৰে ফালে স্থিৰ দৃষ্টিৰে চাই ক'লে, 'তোমালোকে আগতে নিজক চণ্ডালি লোৱা। তাৰ পিছত কৈলাশে নিজেই নিজক চণ্ডালি লব।'

পদ্ম খনিকৰে জানে আইনেও আজি কৈলাশক শাসন কৰিব নোৱাৰে। পদ্ম খনিকৰ অথবা বৰদা ঠিকাদাৰহঁত কোন? কৈলাশৰ দেহক হয়তো চণ্ডালিব পাৰিব কিন্তু তাৰ মনৰ দুৰন্ত, দুৰ্বাৰ গতিক বাধা দিব কোনে? পৃথিবীত এনে কোনো শক্তি আছেনে যি সত্যৰ প্ৰতিষ্ঠাত অন্তৰায় হ'ব পাৰে?

সেয়া বাহিৰত পুলিচবোৰ ৰৈ আছে। সিহঁতে গোটেই ঘৰটোকে আগুৰি পেলোৱাৰ আয়োজন কৰিছে। তাৰ মানে সিহঁতে কৈলাশক জেললৈ নিব। সি যে মজিয়াৰ বিছনাখনতে শুই আছে। আজি তিনিদিনৰ মূৰত কৈলাশ ঘৰলৈ আহিছে। এনেদৰে সি ক'লৈ যায়, কি কৰে পদ্ম খনিকৰে তাৰ কৈফিয়ৎ



নিবিচাৰে। আজিও বিচৰা নাই। তিনি দিনৰ অনুপস্থিতিৰ মূৰত কৈলাশৰ উপস্থিতিয়ে ঘৰখন আৰু তেওঁৰ মনটো ভৰাই তুলিছিল। কিন্তু এই মুহূৰ্তত পদ্ম খনিকৰে ভাবিলে আজিও সি ঘৰলৈ নহা হলেই ভাল আছিল। কৈলাশক সিহঁতৰ হাতত যদি এৰি দিব লগা হয়? নাই, নাই, কৈলাশক ইমান সোনকালে জেললৈ পঠাব নোৱাৰি। যি কোনো উপায়ে কৈলাশক সিহঁতৰ কবলৰপৰা উদ্ধাৰ কৰিবই লাগিব। এদিন মৌজাদাৰৰ ছোৱালীৰ ডিঙিৰপৰা সোণৰ হাৰ আঁজুৰি আনোতে তেওঁ পুলিচৰ হাতত স্বেচ্ছাই গতাই দিছিল। তেতিয়া তেওঁৰ চকুতো কৈলাশ দোষী ৰূপেই ধৰা দিছিল। আৰু ভাবিছিল : আইনে কৈলাশক শুদ্ধ পথে পৰিচালিত হোৱাৰ মন্ত্ৰ শিকাব। কিন্তু এতিয়াহে বুজিছে তেওঁ, কি আক্ৰোশত, কি ক্ষোভত কৈলাশে মৌজাদাৰৰ ছোৱালীৰ ডিঙিৰ হাৰ আঁজুৰি আনিছিল। সেয়া আছিল কৈলাশৰ অস্থিৰ অপৰিপক্ক মনৰ পৰিচয়। মুহূৰ্তৰ উত্তেজনাৰ বশৱৰ্ত্তী হৈ এজনৰ সামান্য ক্ষতি কৰিলেই যে অন্যায়ৰ প্ৰতিবাদ কৰা নহয় সেই কথা তেতিয়া তাৰ অজ্ঞাত আছিল।

আজি পদ্ম খনিকৰে কোনোপধ্যে কৈলাশক সিহঁতৰ হাতত এৰি নিদিয়ে। তিনি দিনৰ মূৰত ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহিছে। নিশ্চিন্তে-নিৰ্ভয়ে এপলক জিৰণি লৈছে। সিতো নাজানে যে এই দুপৰ ৰাতি যিটো ঘৰৰ মজিয়াত সি শান্ত এটি শিশুৰ দৰে গভীৰ প্ৰশান্তিৰে নিদ্ৰাৰ কোলাত ঢলি পৰিছে সেইটো ঘৰৰ চোতালতে তাৰ বাবে ফান্দ পতাৰ এক বলিষ্ঠ প্ৰস্তুতি চলিছে!

এই সময়ত পদ্ম খনিকৰে এন্ধাৰতে খেপিয়াই খেপিয়াই বিছনাৰপৰা নামি আহিল। অ'ত ত'ত দুবাৰমান খুন্দা খাই পৰি যোৱাৰ উপক্ৰম হ'ল তেওঁৰ। শৰীৰৰ আঘাতৰ কথা পাহৰি ভয়-বিহ্বল হৈ এন্ধাৰৰ মাজেদিয়ে বাহিৰৰ পিনে চোৱাৰ চেষ্টা কৰিলে : সিহঁতে গম পালে নেকি? তেওঁ চোৰৰ দৰে খুব সংগোপনে, খুব সন্তৰ্পনে গৈ কৈলাশৰ কাষত উপস্থিত হ'ল। পদ্ম খনিকৰৰ কণ্ঠ ক্ৰমশঃ ৰোধ হৈ যাব খুজিছে। তপাপিও তেওঁ অস্ফুট স্বৰত কোনোমতে মাতিলে : 'কৈলাশ!' নাই, কৈলাশে সাৰ নাপালে। এইবাৰ তেওঁ হাত এখনেৰে কৈলাশৰ গাত লাহেকৈ হেঁচুকি দিলে। চকু দুটা বহলকৈ মেলি ধৰি কৈলাশে মাতিলে : 'কোন?' লগে লগে পদ্ম খনিকৰে হাত এখনেৰে কৈলাশৰ মুখখন হেঁচি ধৰিলে। অলপ ডাঙৰকৈ ওলোৱা কৈলাশৰ কণ্ঠস্বৰে তেওঁক ভয়ত বিবৰ্ণ কৰি পেলালে। কৈলাশৰ কাণৰ কাষলৈ মুখখন নি খনিকৰে সকলো কথা বিবৰি ক'লে। কৈলাশে ভয়াৰ্ত্ত চাৱনিৰে দেউতাকৰ মুখলৈ চাই ৰ'ল। আৰু বিলম্ব

কৰিলেই বিপদ। লৰালৰিকৈ তাক বিছনাৰপৰা তুলি আনিলে। তাৰ পিছত তাক লৈ গ'ল ঘৰৰ পিছফালৰ কোনোদিনে নোখোলা এখন দুৱাৰৰ ওচৰলৈ।

সেয়া সিহঁতে দুৱাৰত ঢকিয়াইছে। সেই শব্দত মাহিন্দ্ৰীহঁত সাৰ পাই নাযায় তো! সিহঁতে যে অকণো গম পোৱা নাই। তেওঁ কৈলাশক গভীৰ আবেগত সাৱটি ধৰি উপৰ্যুপৰি চুমা খাবলৈ ধৰিলে। আনফালে তেওঁৰ দুচকুৰপৰা অবিৰত ভাবে বাগৰি আহিল তপত অশ্ৰুৰ ঢল। আজি তেওঁৰ পিতৃত্বই, তেওঁৰ অন্তৰৰ স্নেহে কৈলাশক ধৰি ৰাখিব নোৱাৰে। কৈলাশক একেবাৰে পথৰ বুকুত এৰি দিবলৈ ওলাইছে। এই জীৱনত কৈলাশৰ সতে আৰু কেতিয়াবা দেখা হয়নে নহয় তাৰোতো কোনো নিশ্চয়তা নাই! দুঃসহ দুখৰ মাজতো পদ্ম খনিকৰে অনুভৱ কৰিলে: আজিৰপৰা তেওঁ নিশ্চিন্ত, নিৰ্ভয়। কৈলাশৰ কাৰণে তেওঁৰ কোনো শংকা নাই, কোনো ভয় নাই। প্ৰতিখন চহৰে-নগৰে, গাৱেঁ-ভূঞে কৈলাশৰ আপোন আই-পিতা আছে। আছে সহৃদয় সুহৃদসকল যাৰ সতে হাত মিলাই লালকাল সকলোকে জগাই তুলি এদিন সদলবলে আগবাঢ়ি আহিব সিহঁত ওখ-ওখ পাহাৰ খান্দিবলৈ।

দুৱাৰত এইবাৰ সিহঁতে ডাঙৰকৈয়ে ঢকিয়াব ধৰিছে। ঘূণেধৰা কাঠৰ পুৰণি দুৱাৰখন ভাঙি পেলাবলৈ সিহঁতৰ কিমান পৰেই বা লাগিছে! পদ্ম খনিকৰৰ নাম ধৰি মতাও তেওঁৰ কাণত পৰিল।

এইবাৰ পদ্ম খনিকৰ আৰু কৈলাশে লাহে লাহে দুৱাৰখন খুলিবলৈ আৰম্ভ কৰিলে। কেৰেকৃকৈ হোৱা শব্দত দুয়ো দুয়োৰে চকুলৈ ভীতি-বিহ্বল চাৱনিৰে চালে। মুহূৰ্তৰ পিছতে আধামেলা দুৱাৰৰ মাজেদি কোনোমতে কৈলাশ সিপাৰ হ'ল। কৈলাশৰ হাত এখন মুখৰ ওচৰলৈ নি পদ্ম খনিকৰে কিবা কব খুজিলে, কিন্তু তেওঁৰ ওঁঠ দুটা আৰু নাকৰ পাহি দুটা কঁপি উঠাৰ বাহিৰে কোনো কথা ফুটি নোলাল। তেওঁৰ দুচকুৰ লোতক ছুটোপাল কৈলাশৰ হাতত পৰিল। এন্ধাৰতে সি অনেক পদ্ম খনিকৰৰ দুচকু মোহাৰি দিলে। এনেদৰে সি অনেক পদ্ম খনিকৰৰ, অনেক মনেশ্বৰৰ চকলো মচিব লাগিব। আনৰ শ্ৰমৰ ওপৰত চহকী হোৱা অনেক হৰমোহন মৌজাদাৰ, পৰীক্ষিত মহাজনক জনাই দিব লাগিব শ্ৰমিকৰ শ্ৰমৰ লগতে জীৱনৰো স্বকীয়া মূল্য আছে। সিহঁতৰ জীৱনৰ সূৰ্য্য আজি ডাৱৰে আবৃত কৰি ৰাখিলেও এদিন সেই ডাৱৰ ফালি সূৰ্য্য উদিত হবই।

কৈলাশে এইবাৰ দ্ৰুত গতিত খোজ ললে দুকাষে দুশাৰী বাঁহনিয়ে ঘেৰা গভীৰ আন্ধাৰ জয়াল সেই কেঁচা আলিটোৰে......



# খোজ

মদন শৰ্মা

পুহমহীয়া জাৰতো তাৰ মলিয়ন গেঞ্জীটো ঘামত তিতি গাত লিপিট খাই ধৰিছে। কুঁৱলীয়ে বাট-পথ আগুৰি ধৰিছে। হাউলি পৰা বাঁহপাতৰ ছাঁই গাৱঁৰ সংকীৰ্ণ বাটটো আন্ধাৰ কৰি ৰাখিছে। বাৰে বাৰে উজুটি খাই ভৰিৰ তলুৱা ফাটি যোৱা যেন লাগে। মাটিৰ ভিতৰৰপৰা যেন চেঁচা অথচ সজীৱ কিবা এটা তাৰ ভৰিৰ তলুৱাৰে দেহৰ ওপৰলৈ বগাই আহিছে। উত্তেজনা, আনন্দ, হতাশা আৰু ক্লান্তিৰ মিশ্ৰিত আৱেশে তাৰ দেহ-মন ছানি ধৰিছে।

বাৰ বছৰ। বাৰ বছৰৰ মূৰত আকৌ সি গাৱঁৰ বাটত ভৰি দিছে। তাৰ জীৱনৰ মূল্যবান বাৰটা বছৰ কেনেকৈ যে পাৰ হৈ গ'ল জেলৰ চাৰিবেৰৰ মাজত! বাৰটা বছৰে মানুহৰ নিষ্ঠুৰতা, দুৰ্বলতা, বৰ্বৰতা অদম্য সাহস আৰু আশাবাদৰ অলেখ দৃষ্টান্ত দেখিলে সি। জেলত সোমাওঁতে তাৰ বয়স আছিল সোতৰ বছৰ, জীৱন সম্পৰ্কে অভিজ্ঞতা আছিল নিচেই সীমিত। এতিয়া যেন তাৰ বয়স বহুত বাঢ়ি গ'ল—যেন জীৱনে তাক বহুতেই শিকালে।

কুঁৱলীৰ বগা আঁচলৰ আঁৰত শুই পৰা তাৰ গাওঁখনলৈ চাই মুহূৰ্তৰ বাবে তাৰ খোজ ৰৈ গ'ল। যৌৱনৰ আচল সময়খিনিয়ে সি গাৱঁৰ পৰা আঁতৰত কটালে। তাৰ লগৰ অমৰ, হৰেণ, গিৰীশহঁত এতিয়া বিয়া-বাৰু কৰাই সংসাৰ পাতি বহি গৈছে। (লগৰ ছোৱালীবোৰ? ধূসৰ, অস্পষ্ট, গোল অথবা দীঘলীয়া কোমল মুখ। এতিয়া চাগৈ সিহঁতৰ কোলাত কলকলাই থকা কেঁচুৱা। আৰু টাংগুটি, ৰবৰৰ বল খেলি লৰি-ঢাপৰি ফুৰা সকুবোৰেই এতিয়া গাওঁখনত দপ্দপাই ফুৰিছে চাগৈ।) এতিয়া কুঁৱলীৰ মাজত হেৰাই যোৱা শান্ত গাঁওখনলৈ চাই তাৰ বুকুখন আনন্দত উথলি উঠিছে। কিন্তু মাত্ৰ মুহূৰ্তৰ বাবে। তাৰ পিচত লাহে লাহে বুকু বিযাই যোৱাকৈ গভীৰ দুখ আৰু বেদনাৰ ভাব এটাই তাক অস্থিৰ কৰি তুলিলে। ক্ৰোধ. ঘৃণা আৰু উত্তেজনাত সি ঘামি গ'ল। বেগাই খোজ দি আগবাঢ়িল সি।

চেঁচা বতাহ এচাটি বলি গ'ল। সি ভ্ৰূক্ষেপ নকৰিলে, খোজৰ বেগ বঢ়াই দিলে। বহুতো কথাই আহি তাৰ মনটো জুমুৰি দি ধৰিলে। অস্থিৰ, অশান্ত কৰি তুলিলে। গাৱঁলৈ ঘূৰি আহিবলৈ পাই যি এক অনাবিল আনন্দই তাক বুৰাই দিছিলহি তাৰ ঠাইত এতিয়া বিগত দিনৰ স্মৃতিয়ে আনি দিয়া তিক্ততা। কপালৰ আগলৈ হাউলি পৰা চুলিৰ আগেদি দুই-এটোপ নিয়ৰ সৰি পৰিবলৈ ধৰিলে। সি হাতেৰে চুলি কেইদাল ঠিক কৰি ললে। বতাহতে দুডালমান আকৌ উৰি আহি চকুৰ আগতে ওলমি ৰ'ল। তাৰ আগত সৰি পৰোঁ পৰোঁকৈ নিয়ৰৰ কণিকা দুই-এটা দুলি থাকিল। সি স্থিৰ দৃষ্টিৰে সেইপিনে চাই ৰ'ল। লাহে লাহে তাৰ মুখৰ, ডিঙিৰ পেশীবোৰ কঠিন হৈ পৰিল। সি স্পষ্টকৈ দেখিবলৈ পালে—গাৱঁৰ প্ৰতিপত্তিশীল, নতুন ধনী আগৰ মহাজন আৰু এতিয়াৰ ঠিকাদাৰ দধিৰামৰ ক্ৰোধ আৰু ঘৃণাত বিকৃত শকত মুখখন। দধি ঠিকাদাৰৰ মুখেৰে অশ্ৰাব্য গালি-গালাজ শুনি ক্ৰোধান্বিত হৈয়ো ভয়ে ভয়ে আঁতৰতে পথাৰৰ আলি-টোত বহি থকা তাৰ বাপেকৰ শুকান, ক্লান্ত আৰু বেমাৰী মুখখনো তাৰফালে আগুৱাই আহিল। সি বেগাই খোজ ললে। কিন্তু জোৰে জোৰে দধি ঠিকাদাৰৰ বিকৃত মাতটো, কৰ্কশ কথাবোৰে তাক যেন খেদি ফুৰিলে: "গোলামৰ জাত, জনমতে মাটিডৰা লৈ আহিছিলি নহয়? খাব নোপোৱাৰ সঁচ—কোন বাপেৰে মোৰ মাটিডৰা তোক দি গৈছিল? আধি খাইয়েই ইমান দিন বাচিলি। এতিয়া তেজৰ গৰমতে মোৰ মাটিখিনি নিজৰ কৰিব খুজিছ......"

কিন্তু খুনী, দাগী, আচামী যতীনৰ বৃদ্ধ বাপেক ৰঘুনাথে জানে তেজৰ গৰমত, গাৰ জোৰত সিহঁতৰ পৈতৃক মাটিডৰা হস্তগত কৰিবলৈ ফাং পাতিছে দধি মহাজনে। যতীনে দেখিছে বাপেকক দধিৰ ওচৰলৈ গৈ কাবৌ-কাকুতি কৰা—"দুখীয়াক আৰু কেলেই মাৰে দেউতা? জানেইচোন এহালিচা মাটিৰ ধানেৰে তিনিমাহো খাবলৈ নোজোৰে। আপোনালোকে যদি অলপ গৰীবৰ ফালে মূৰ তুলি নাচায় কোনে চাব মোৰ গোসাঁই ঐ!......

তাৰ পিচত এয়া দধি ঠিকাদাৰে মণ্ডল আনি সিহঁতৰ মাটিডৰাৰ সোঁমাজেৰেই খুটি মৰাই লৈছে। পথাৰৰ আলিত বিষণ্ণচিত্তে, চল্চলীয়া চকুৰে এয়া তাৰ দেউতাক ৰঘুনাথ। ৰঘুনাথৰ দুৰ্বল শৰীৰত আৰু ঠিকাদাৰৰ অত্যাচাৰৰ বিৰুদ্ধে প্ৰত্যাঘাত হানিব পৰা শক্তি নাই। দাৰিদ্ৰ্য, দুশ্চিন্তা আৰু বেমাৰে তেওঁক অকালতে বুঢ়া কৰি আনিছে। তথাপি তেওঁ চেষ্টা কৰিছে দধি মহাজনক বাধা দিবলৈ। বুজাইছে, কাকুতি কৰিছে। ঠিকাদাৰে বিৰক্ত হৈ মুখ ঘূৰাইছে।



যতীনে চকুহাল মোহাৰি দিলে; অলপপৰ চকুহাল জপাই আকৌ বহলকৈ মেলি দিলে। প্ৰথমতে একোকে চকুত নপৰিল। কেৱল বগা বগা কুঁৱলীৰ আৱৰণ। তাৰ পিচত সি নিজেই বিস্মিত হ'ল—কুঁৱলীৰ মাজেৰে তাৰ নিজৰ কোমল, কিন্তু চিন্তাক্লিষ্ট, বিতুষ্ট মুখখন দেখি। বয়স কিমান? খুব বেছি সোতৰ। কৈশোৰ পাৰ হৈ যৌৱনৰ দুৱাৰদলিত ভৰি দিছেহি মাথোন। কিন্তু তাৰ শান্ত চকুহাল হঠাৎ জ্বলি উঠিছে; মুখখন ৰঙা পৰিছে, ওঁঠ দুটা কঁপিছে। কি কৈছে সি? মহাজনক, ঠিকাদাৰক কি কৈছিল সি?......সি স্পষ্টভাৱে দেখিছে ঠিকাদাৰৰ মুখত অৱজ্ঞাৰ ভাৱ—'ফুকলীয়া ল'ৰাৰ কথা শুনা'। তাৰ পিচত বহু সময় ধৰি গালি-গালাজ, কাজিয়া। কোলাহল। তাৰ পিচত হঠাৎ এটা শব্দ—গালত এটা ভীষণ পোৰণি, কাণখন ভম্ভমাই গৈছে। হঠাতে তাৰ হাতখন সোঁ গাললৈ উঠি গ'ল। তাৰ পিচত যতীনে দেখিলে—সোতৰ বছৰীয়া যুৱকজন ঠিকাদাৰে সৰ্বশক্তিৰে শোধোৱা চৰত থিৰে ৰব নোৱাৰি পৰি গৈছে পথাৰৰ চপৰাত মুখ ঠেকেচা খাই। তাৰ পিচত কিছু সময় অস্বাভাৱিক মৌনতা।

তাৰ পিচত এটা বিকৃত চিঞৰ, আৰ্তনাদ। দধি মহাজনৰ ভূ-লুণ্ঠিত প্ৰকাণ্ড দেহ আৰু পথাৰৰ চপৰা তিয়াই দিয়া তেজৰ ডোঙা। সি চকুহাল জপাই দিলে। আকৌ চকু মেলি দেখিলে সোতৰ বছৰীয়া যতীনৰ হাতৰ কঠোৰ মুঠিৰ মাজত তেজে ধুৱাই দিয়া প্ৰকাণ্ড মেচি দাখন, হাতৰ মুঠিত তেজৰ চেকুৰা। তাৰ পিচত কি হ'ল সেই সোতৰ বছৰীয়া ল'ৰাটোৱে নাজানে—কেৱল তাৰ মনত আছিল, তাৰ মূৰত প্ৰকাণ্ড কিবা এটা পৰিছিল, পথাৰৰ চপৰাবোৰ ঘূৰিবলৈ ধৰিছিল। আৰু......। আৰু জেলৰ প্ৰকাণ্ড দুৱাৰখনৰ মানুহ এটা কোনোমতে সৰকি যাব পৰা ফুটাটোৰে আগবঢ়াই দিয়া তাৰ মূৰ। মূৰত তেতিয়াও দীঘল কটা দাগটো শুকোৱা নাই।

যতীনে হাতেৰে মূৰৰ বাওঁফালটো চুই চালে। নাই, এতিয়াও মচ খোৱা নাই দধি মহাজনৰ পুতেকে শুধোৱা কোবৰ চিন। বাৰ বছৰেও মচ খোৱা নাই সেই দাগ। মাটিখিনি বাৰু এতিয়াও সিহঁতৰ হৈ আছেনে? দধি ঠিকাদাৰ-হঁত সঁচাকৈ মৰি শেষ হৈ গ'ল নেকি? আৰু ঠিকাদাৰৰ পুতেকহঁত? সিহঁতৰ বাহুত এতিয়াও যতীনৰ মূৰ ফালি দিব পৰা বল আছেনে? আৰু গাৱঁৰ মানুহবোৰ, তাৰ মৃত বাপেকে ৰঘুনাথৰ দৰে সিহঁতে এতিয়া নতুন ঠিকাদাৰহঁতৰ ভয়ত মনে মনে থাকে নেকি? তাহানিতে দেখা গাৱঁৰ পেন্দুকনা ল'ৰাবোৰ,

সিহঁতে ডাঙৰ হৈ এতিয়া সোতৰ বছৰীয়া যতীনৰ দৰেই মেচিদাৰে অত্যাচাৰীক কাটিব পাৰেনে? বহুত প্ৰশ্ন। বহুত উত্তৰেই তাক লাগে। বাৰ বছৰ বহুত দীঘলীয়া। হয়তো বহুতেই সলনি হৈছে। বুঢ়াবোৰ মৰিছে, ডেকাবোৰ বুঢ়া হৈছে, শিশুবোৰ ডেকা হৈছে—সংসাৰ পাতিছে আৰু……। তাৰ মনটো অস্থিৰ হৈ উঠিল। এবা, সি এতিয়া আৰু বাৰ বছৰ আগলৈ ঘূৰি যাব নোখোজে। এতিয়া সি চাব খোজে তাৰ চিনাকি গাওঁখনৰ পৰিবৰ্তিত ৰূপ। নতুন উদ্যমেৰে সি চেঁচা বতাহৰ মাজেৰে বেগাই খোজ দিলে।

হঠাৎ কিহবাত উজুতি খাই নিয়ৰত তিতা বাঁহৰ ওপৰতে সি উফৰি পৰিল। সোঁ-ভৰিৰ পতাখন ছিগি যোৱা যেন লাগিল তাৰ। লাহে লাহে বহি সি মূৰ দাঙি চালে। বোধহয় আঁহতৰ শিপা। পুৰণি বুঢ়া আঁহত জোপা দেখি বহু কথাই তাৰ মনলৈ আহিল। আঁহতৰ তলতে গাৱঁৰ আটাইবোৰ ল'ৰা-ছোৱালীয়ে জুম বান্ধি নিতৌ আবেলি খেলিছিল। আঁহতৰ শিপাতে উজুতি খাই ভনীয়েক ৰাণুৰ ভৰিখন যে মোচোকা খাই গৈছিল। তাইক আনি কোনোমতে ঘৰ নোপোৱালৈকে তাৰ বুকুখন যে কেনেকুৱা কৰিছিল! ৰাণুৰ বয়স তেতিয়া বাৰু কিমান? খুব বেছি ন বছৰ। এতিয়া তাই পাট-গাভৰু। তাইৰ বিয়া? সি নহলেনো কোনে বিয়া পাতিব? ঘৰত মাক আৰু সৰু ভায়েক দুটাহে আছে। সিহঁতেও নিশ্চয় স্কুল পাছ কৰিলে অতদিনে। এতিয়া বাৰু সিহঁতে কি কৰে? মোমায়েকহঁতে সহায় কৰেনে বাৰু? সিহঁতৰ মাটিডৰা খুব সাৰুৱা। এইবেলি বা কিমান ধান পালে! এতিয়াতো ধান দাই শেষ হ'ল। ভোগালী বিহুৰ বাবে এতিয়া চাগৈ গাওঁখন উৎসৱমুখৰ। তাৰ অলপ বেয়া লাগিল এই ভাবি যে সি দিনে-পোহৰে গাওঁ নাপালেহি।

যিমানে ঘৰৰ ওচৰ চাপি আহিল তাৰ মনটো সিমানে চঞ্চল হৈ উঠিল। লাহে লাহে কুঁৱলীয়ে ঢাকি থোৱা সৰু আলিয়েদি আগবাঢ়োতে বাৰে বাৰে সি ৰৈ যাব খোজে; বাৰ বছৰে পাহৰি থকা কথাবোৰ আহি তাৰ মনত ভীৰ কৰিলেহি। ঘৰ পাবলৈ সি ব্যাকুল হৈ পৰিল। গাৱঁৰ মানুহবোৰক লগ পাবলৈ তাৰ খুব মন গ'ল। হঠাৎ তাৰ মনত পৰিল—এতিয়া আটায়ে তাকতো হত্যাকাৰী, দাগী আচামী বুলি ঘিণ কৰিব পাৰে। নাই, নাই, আটায়েতো জানে সি গাৱঁৰ মানুহৰ সমূহীয়া শত্ৰুক মাৰিছে, অন্যায়ৰ বিৰুদ্ধে যুঁজাৰ সাহস দেখুৱাইছে। তেন্তে জেল? বাৰ বছৰ জেল কিয়? কিয়?

সি অস্থিৰ হৈ পৰিল। এতিয়া আৰু তিক্ত কথাবোৰ সুঁৱৰি লাভ নাই।



এতিয়া নিশ্চয় গাৱঁত সুখ-শান্তি আছে। সি এতিয়া খেতি কৰি পাৰিলে সংসাৰ এখন পাতি শান্তিৰে বসবাস কৰিব খোজে। জেলৰ ভিতৰত থাকোঁতেই কিছুমান মানুহে তাক বুজাইছিল—এজন দধি মহাজনক মাৰি দিলেই জানো গাৱঁত শান্তি হ'ব? অন্যায় শেষ হ'ব? সন্দেহ তাৰো আছে। কিন্তু সি আশা কৰিছে এতিয়া অন্ততঃ অলপ শান্তি, অলপ সুখেৰে পৰিশ্ৰম কৰি বাচি থাকিব পাৰিব।

ঘৰৰ নঙলামুখ পাওঁতে কিজানি ৰাতি দহমান বাজি গৈছিল। গোটেই গাওঁখন নিদ্ৰামগ্ন। পাতল আন্ধাৰ আৰু কুঁৱলীৰ মাজেৰে গৈ নিজৰ ঘৰৰ সমুখত থিয় হৈয়ো তাৰ যেন বিশ্বাস নহ'ল এতিয়া সি মুক্ত, এতিয়া যি মন যায় তাকে সি কৰিব পাৰে! কিন্তু এই বাৰ বছৰে নিজৰ ঘৰখনো তাৰ অচিনাকি যেনেই লাগিল। নঙলা খুলি চোতাল পাওঁতেই হঠাৎ হাঁহিৰ শব্দ শুনি সি থমকি ৰ'ল। অন্ততঃ কোনোবা এজন সাৰে আছে। সোঁফালৰ দীঘলীয়া ঘৰ এটাৰপৰাই শব্দ ভাহি আহিছে; পোহৰ সৰকি আহিছে বন্ধ বাঁহৰ দুৱাৰখনৰ সামান্য ফাঁকেৰে। বোধহয় সেইটোতেই থাকে তাৰ ভায়েকহঁত। বিহু ওচৰ চপা বাবেই সিহঁতৰো চাগৈ টোপনি নোহোৱা হ'ল। যা হওক, ইমানদিনৰ মূৰত প্ৰাণখুলি হঁহা মানুহ লগ পাব, সিও হাঁহিব পাৰিব। ঘৰটোৰ পিনে আগবাঢ়ি যাওঁতে সি কথাৰ গুণগুণনি শুনিলে। বোধকৰো তাৰ ভনীয়েক ৰাণুও আছে তাতে, মিঠা মাতটো তাইৰে হব। তাই বাৰু এতিয়া দেখিবলৈ কেনেকুৱা হৈছে? নিশ্চয় ধুনীয়া লহপহীয়া গাভৰুজনী হৈ উঠিছে। হঠাৎ বাঁহৰ দুৱাৰখন খোলাৰ শব্দ হ'ল, লগে লগে বেগাবেগিকৈ কোনোবা এজন ওলাই সাউতকৈ যতীনৰ কাষেৰে কেৰাহিকৈ চাই নঙলা খুলি অদৃশ্য হৈ গ'ল। যতীনে মাতোঁ বুলি মাতিব নোৱাৰিলে; নিশ্চয় তাৰ ভায়েকহঁতৰে বন্ধু হব। তাকনো ক'ত চিনি পাব।

থন্তেক নীৰৱতাৰ পিচত আকৌ ঘৰটোৰপৰা উচ্ছ্বসিত হাঁহি আৰু কথা-বতৰা ভাঁহি আহিল। যতীনে এক মুহূৰ্তৰ বাবে থমকি ৰৈ ভায়েকক মাতিলে—"ধন, অ', ধন!" কোনো উত্তৰ নাহিল। অলপ ৰৈ যতীনে ভনীয়েকক নামকাঢ়ি মাতিলে, "ৰাণু, অ' ৰাণু!" ঘৰটোৰপৰা কোনো সঁহাৰি পোৱা নগ'ল।

অৱশেষত বাঁহৰ দুৱাৰখন ঠেলি সি সোমাই গ'ল।

ঘৰটোত সৰু সৰু দুটা কোঠা। মাজতে এখন দুৱাৰ, তাত লেতেৰা পৰ্দা এখন ওঁৰা আছে। সমুখৰ সৰু কোঠাটোত এখন ডাঙৰ টেবুল। টেবুলত পোহৰ

ৰঙা হৈ পৰা এটা লেম্প। লেম্পটোৰ চাৰিওফালে কেইটামান কাঁচৰ গিলাচ আৰু দুটা মদৰ বটল। ওচৰতে দুখন চকী। তাৰে এখনত দুৱাৰমুখলৈ পিঠি দি এজন মানুহ চিগাৰেট হুপি বহি আছে। তেওঁৰ সোঁহাতত সৰু কাঁচৰ গিলাচ এটা। সিটো কোঠাৰপৰা সৰু-সৰুকৈ কথা-বতৰা আৰু অশালীন হাঁহি শুনা গৈছে। যতীনৰ কাণ-মূৰ গৰম হৈ গ'ল। কোবেৰে সি টেবুলখনৰ ওচৰলৈ আগবাঢ়ি গ'ল। হঠাৎ বহি থকা মানুহজন সচকিত হৈ থিয় হ'ল আৰু যতীনৰ মুখলৈ অবাকভাৱে চাই ৰ'ল। মানুহজনৰ বয়স চল্লিশৰ ওচৰা-ওচৰি হব। চুলি পাতলিছে যদিও পকা নাই। মুখখন থোপোৰা। মানুহজন কোন মনত পেলাবলৈ খুব চেষ্টা কৰিলে সি। বোধকৰো মানুহজনেও তাৰ চিন উলিয়াবলৈ চেষ্টা কৰিছিল। ইতিমধ্যে ভিতৰৰ কোঠাৰপৰা জোৰেৰে পৰ্দাখন ঠেলি মানুহজন ওলাই আহিল। এই ঠাণ্ডাতো তাৰ গাত এটা হাতচুটি গেঞ্জি। চুলি আউল-বাউল। বয়স ইজনৰ সমান হব। মানুহজনৰ পিচে পিচে অসংযত কাপোৰযোৰ সামৰি গাভৰু ছোৱালী এজনী ওলাই আহি পৰ্দাখনত বাওঁহাতেৰে খামুচি ধৰি থিয় হৈ যতীনলৈ অবাক হৈ চাই ৰ'ল। কিছু সময়ৰ বাবে কোঠাটোত এক অস্বাভাৱিক অসহকৰ নীৰৱতা বিৰাজমান। একেথৰে চাই থকাৰ পিচত মুহূৰ্তৰ বাবে তাৰ চকুহাল উজ্জলি উঠিল। সি কিবা কব খুজিলে। হঠাৎ ৰৈ গ'ল আৰু লাহে লাহে চকুহাল পানীৰে ভৰি গ'ল। বুকুখন যেন কিহবাই চেপি আনিছে। মানুহ দুজনে নীৰৱে এবাৰ যতীনলৈ, এবাৰ ছোৱালীজনীলৈ চাই ৰ'ল। হঠাৎ ছোৱালীজনীৰ বিস্ময় বিস্ফাৰিত চকুৰ মণিৰ ওপৰেদি আনন্দ আৰু বিষাদৰ ঢৌ খেলি গ'ল। তাৰ পিচত চকুহাল চল্‌চলীয়া হ'ল। সামান্য মেল খাই থকা ওঁঠ দুটা কঁপিবলৈ ধৰিলে। হঠাৎ তাই দৌৰি আহি যতীনৰ বুকুৰ মাজত সোমাই হুবাওবাৰে কান্দিবলৈ ধৰিলে। মানুহ দুজন সন্ত্ৰস্ত মনে চুপেচাপে গুচি গ'ল।

মানুহ দুজনৰ পৰিচয় পাই যতীনৰ মন প্ৰচণ্ড ঘৃণা আৰু আক্ৰোশেৰে ভৰি পৰিল। দধি ঠিকাদাৰৰ পুতেকৰ ইমান অতপালি! তাৰ ভনীয়েকক বক্ষিতাৰ দৰে ৰাখিছে। আৰু ইকেইজন গাঁৱৰ উচ্চশিক্ষিত, মাতব্বৰ ঘৰৰ বৰ্তমান মুখীয়াল—যদু উকীলৰ বৰপুতেক হৰেন। সি এতিয়া দায়িত্বশীল চৰকাৰী চাকৰিয়াল। টকা-পইচা কৰিছে যথেষ্ট। আৰু আছে ৰাঘৱ মেলেকীৰ পুতেক সদানন্দ মণ্ডল, সদানন্দৰ সখিয়েক পোষ্টমাষ্টৰ যাদৱ আৰু বহুতো। যতীনৰ গা খঙত জলি উঠিল। ভনীয়েকক বেশ্যাগিৰি কৰিবলৈ কোনে বাধ্য কৰাইছে



সি জানে। কিন্তু ভায়েকহঁতে কিয় একো এটা কৰা নাই! ভায়েকহঁতক মৰিয়াই শেষ কৰিবলৈ তাৰ মন গ'ল। ভীষণ উত্তেজিত হৈ সি চোতাললৈ ওলাই আহিল। চোতালত তাৰ দুই ভায়েক ধন আৰু নবীন থিয় হৈ আছে। সিহঁতৰ গা অস্থি-চৰ্মসাৰ, চকু কোটৰগত, নিষ্প্ৰভ, মুখ শেঁতা; যেন হতাশা, অনাহাৰ, দুশ্চিন্তা আদিয়ে সিহঁতক খুলি খুলি খাইছে। ককায়েকৰ ফালে মূৰ তুলি চাবলৈ সিহঁতৰ সাহস নহ'ল। যতীন ক্ষন্তেক স্তব্ধ হৈ ৰৈ থাকিল। তাৰ পিচত পিৰালিত থিয় হৈ থকা মাকৰ ভৰিত উবুৰি খাই পৰি কান্দিবলৈ ধৰিলে।

তাৰ চিল্‌মিলকৈ টোপনি আহিব ধৰিছিল। ভনীয়েকৰ মাতত সাৰ পাই উঠি বহিল। বাতি এটাত এবাতি চিৰা, অলপ গুড় আৰু এগিলাচ চাহ আনি তাই তাৰ সমুখৰ সৰু টেবুলখনতে থলে। এতিয়াহে সি গম পালে—আচলতে তাৰ কিমান ভোক লাগিছিল। ৰাতি পুৱাই আহিছিল। সি চোতাললৈ ওলাই গ'ল। ধন থিয় হৈ আছিল নিৰ্জীৱ খুটা এটাৰ দৰে। যতীনে মাতটো যথেষ্ট কোমল কৰিবৰ চেষ্টা কৰি সুধিলে—'মাটিখিনি? মাটিখিনি কি কৰিলি?'

ধনে কিছুসময় নীৰৱে ককায়েকৰ পিনে চাই ৰ'ল। তাৰ পিচত তাৰ দুচকু চল্‌চলীয়া হৈ উঠিল। সি লাহে লাহে মূৰ জোকাৰি দিলে। যতীনে অলপ টানকৈ সুধিলে 'বেচি দিলি?' ধনে উত্তৰ দিলে—'দধি ঠিকাদাৰৰ পুতেকে কাঢ়ি নিলে, মণ্ডল আনি জুখিলৈ আমাৰ মাটিডৰাও সুমুৱাই ললে।' যতীনে একো নকলে। সি বুজিলে দধি ঠিকাদাৰ মৰাৰ লগে লগে সকলোবোৰ সমস্যা শেষ হৈ যোৱা নাই। মানুহবোৰে ঠিকেই কৈছিল তাক।

গাঁৱত এতিয়া দধি ঠিকাদাৰ নাই, মেলেকি নাই, ; এতিয়াৰ দধি ঠিকাদাৰবোৰ আৰু অশিক্ষিত নহয়। সিহঁতে নতুন নতুন কায়দাৰে সিহঁতৰ বাপেকতকৈ বেছি ভালকৈ মানুহৰপৰা চৰবোৰ কাঢ়ি লব জানে।

এক গভীৰ হতাশা আৰু দুখবোধে তাক চেপি ধৰিলে। এই কাৰণেই জানো সি বাৰ বছৰ জেল খালে? খুনী, আচামী আদি বিশেষণ পালে! ৰাতি পুৱাই আহিছে; বেলি ওলাব ধৰিছে; গোটেই আকাশখন ৰঙা হৈ পৰিছে। সি এই ৰাতিপুৱাটো কেতিয়াও নিসংশয় চিত্তে গ্ৰহণ কৰিব নোৱাৰে। তাৰ দৰে তাক বহুতৰে ঘৰতেই একে সমস্যা। সি ভাবিছিল সুদীৰ্ঘ বাৰ বছৰৰ মূৰত সি শান্তিৰে জিবাব পাৰিব, নিশ্চিন্তমনে শ্ৰম কৰি জীৱনটো চলাই নিব। এতিয়া তাৰ সম্পূৰ্ণ ওলোটাটো দেখি খং আৰু আক্ৰোশত সি ফাটি পৰিব খুজিলে।

ভনীয়েক ৰাণু আৰু ভায়েকহঁতৰ ভবিষ্যতৰ কথা ভাবি সি শিঙৰি উঠিল। মুহূৰ্তৰ বাবে তাৰ নিজকে ভীষণ দুৰ্বল আৰু অসহায় যেন লগিল।

ৰাণুৱে চাহৰ গিলাচটো আনি নীৰৱে তাৰ হাতত তুলি দিলে আৰু তাই কৰুণ, দোষী দোষীভাৱে চাই তলমূৰ কৰিলে।

যতীনে বুজিলে সি আৰু বহুদিনলৈ জিৰাব নোৱাৰে। নতুন দৰি মহাজনহঁত নমৰালৈকে সি নিজিৰায়! এতিয়া আৰু অকল এজন ঠিকাদাৰক মৰাৰ কথা নহয়। সি ভালদৰে উপলব্ধি কৰিলে। সিহঁতৰ গুৰি-গোষ্ঠী ধ্বংস নকৰালৈকে হয়তো আৰু বহুত দিনলৈ তাৰ টোপনি নহব, পেটলৈ ভাত নাযাব।

সি ভাবিছিল, জেললৈ যোৱাৰ পিচত তাৰ জীৱনৰ এটা অধ্যায় শেষ হৈছিল। এতিয়া সি জানে এতিয়াহে তাৰ আচল সংগ্ৰামৰ নতুন অধ্যায় আৰম্ভ হৈছে। আৰু বহুত জেলৰ ভীতিয়েও তাক সন্ত্ৰস্ত কৰিব নোৱাৰে।



# অক্ষমতাৰ স্বীকাৰোক্তি

মিনতি চৌধুৰী

শেষৰ চিঠিখনতো পংকজে একেটা কথাকে লিখিছে: তুমি কলমটোক ন জিৰণি দিছা কিয়? বেছি জিৰণি দিয়া ভাল নহয়। কামত লগোৱা।

টেবুলত চিঠি এখন পৰি আছে। গল্প এটা লাগে। বিশ তাৰিখৰ আগতে।

আৰু দুয়োখন চিঠি মেলি লৈ নিৰুপায় হৈ বহি আছোঁ। গল্প লেখা মোৰ ৱা নাই। নাজানো হবনে নহয়! মোৰ কলমৰ নীৰৱতা ভাগিবনে নাভাগে।

অথচ গল্প এটা লেখাটো মোৰ বাবে এটা সময়ত কোনো চিন্তাৰ বিষয়েই ছিল।

এতিয়াও এই কৰ্মব্যস্ত জীৱনত অ'ত অ'ত কিমান মানুহ লগ পাইছোঁ, মান ঘটনা দেখিছোঁ, কিমান ঘটনাৰ সৈতে নিজে জড়িত হৈ পৰিছোঁ, আচলতে ই প্ৰত্যেকবোৰকে লৈতো একো একোটা সুন্দৰ গল্প লিখিব পৰা গ'লহেঁতেন! লিখিব পাৰিলোহেঁতেন।

এই যে অফিচত মোৰ টেবুলৰ ড্ৰয়াৰ খুলি কাগজ চুৰ কৰা পিয়নজন, সদায় ী বেচিবলৈ অহা কিন্তু এমাহত এদিনো ঘৰত কণী এটা খাবলৈ নোপোৱা ছৰীয়া ল'ৰাজন, পঢ়াশুনা কৰি কি হব, কিতাপ-কাগজ সোপাকে কেজি াপত বিক্ৰী কৰি দিয়াই ভাল বুলি কোৱা ৰঘু মালী—এইবোৰ, এইবোৰ একো কোটা গল্পৰ কাৰণে সুন্দৰ চৰিত্ৰ। সিহঁতক মই বহুদিন ধৰি পাইছোঁ, সিহঁতক িবলৈ যত্ন কৰিছোঁ। ৰাজপথত জনতাৰ ভিৰ চাইছোঁ। সৰু সৰু বহুতো নাই মোৰ মনৰ অনুভূতি চুই গৈছে। অথচ গল্প লেখা হোৱা নাই।

মই গল্প লেখা নাই।

কি হব সিহঁতক লৈ গল্প লেখি?

মই জানো, সেই কণী বেচি ফুৰা দহছৰীয়া ল'ৰাটোক লৈ এটা সুন্দৰ গল্প খিব পাৰি। মূৰত কণীৰ পাচিটোৰ সলনি গল্পৰ পৰিসমাপ্তিত তাৰ হাতত

খেলৰ এটা সামগ্ৰীৰে খেল-পথাৰলৈ পঠিওৱা, দহ বজাত স্কুললৈ হাঁহি মুখে পঠিওৱাৰ এটা সুন্দৰ দৃশ্য অৱতাৰণা কৰি প্ৰচণ্ড আশাবাদৰ জন্ম দিব পৰা যায়।

তেনে আশাবাদ নোহোৱা নহয়। আছিল। কিন্তু এতিয়া বুজিছোঁ, সেয়া কেৱল কিতাপ আৰু কাগজতে সীমাবদ্ধ হৈ ৰ'ব।

সত্য উপলব্ধিৰ নিষ্ঠুৰতাই মোক ভাবিবলৈ বাধ্য কৰিছে যে সেইবোৰ কল্পনা মাথোন, অলীক কল্পনা। সেই ল'ৰাটোৱে চিৰদিন মূৰত বোজালৈ নিজে পুষ্টি-হীনতাত ভুগি লোকক পুষ্টিকাৰক খাদ্য যোগাই যাব।

ৰঘু মালীয়ে কোনোদিন নুবুজিব কিতাপ-কাগজৰ মাজত কিবা মূল্যবান বস্তু আছেনে নাই। থাকিব পাৰেনে নোৱাৰে। ৰঘু মালীয়ে আমাক কোৱাৰ দৰে আৰু কেইবছৰমান পিচত হয়তো তাৰ পুতেকেও সেই একেদৰেই কাৰোবাক কব —কিতাপ-পত্ৰবোৰত একো নাই। সেইবোৰ গোটাই থৈ দিয়াতকৈ বিক্ৰী কৰি দিয়াই বেছি লাভজনক।

আৰু মোৰ ড্ৰয়াৰৰপৰা সদায় কাগজ চুৰ কৰা পিয়নজন ?

তেওঁক লৈয়ো অতি সহজে গল্প এটা লিখিব পাৰি।

চুৰ কৰি কাগজ যোগান ধৰা পিয়ন-পিতৃৰ পুত্ৰই এদিন পঢ়াশুনাত কৃতিত্ব দেখুৱাই বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ ডিগ্ৰী লাভ কৰিলে আৰু এদিন চৰকাৰী বিষয়া হৈ সমাজৰ ওখ আসনত বহিল; কল্পনাৰে অতি সহজতে এনে এক পৰি-সমাপ্তিলৈ গল্পৰ কাহিনীভাগ টানি নিব পাৰি।

কিন্তু তাত বাস্তৱতাৰ ছাঁ কিমানেই বা স্পষ্ট হব ? খুব বেছি পিয়নজনে তাৰ পঞ্চমমানত পঢ়ি থকা পুতেকজনক অষ্টমমানলৈ পঢ়ালে। তাৰ পিচত কাগজৰ যোগান ধৰা লাহে লাহে অসম্ভৱ হৈ আহিব। কিতাপৰ প্ৰশ্নটো আছেই। পোছাক-পাতিৰো প্ৰয়োজনীয়তা বাঢ়িব। সৰু ভায়েক-ভনীয়েককেইটা ডাঙৰ হ'ব। সিহঁতকো স্কুললৈ পঠিওৱাৰ বয়স হব। সিহঁতৰো কাপোৰ-কানিৰ প্ৰশ্ন উঠিব। শেষত উপায়ন্তৰ হৈ পিয়নটোৱে পুতেকক কব : থ বোপাই, আৰু স্কুললৈ যাব নালাগে। দুখন হাতেৰে আৰু কিমান আজুৰিবি ? আমাৰ ল'ৰানো পঢ়িশুনি ক'ত হাকিম হবি ! ক'ৰবাত মূৰটো স্নুমুৱাব পাৰ নেকি তাকেহে চা।

তাৰ পিচত চাকৰিৰ সন্ধানত ঘূৰি ঘূৰি এদিন হয়তো সিও কোনোবা এটা অফিচতে পিয়ন হৈ সোমাব। তাৰ, তাৰ দেউতাকৰ, মাকৰ সকলো স্বপ্ন— সেই চাকৰিটোত সমাধিস্থ হব। আৰু দেউতাকৰ দ্বিতীয় সংস্কৰণ হৈ হয়তো



এদিন সি তাৰ ডাঙৰ পুতেকক মানুহ কৰাৰ আশাৰে মনে মনে কোনোবা টেবুলৰ ড্ৰয়াৰ খুলি কাগজ চুৰ কৰিব।

সেয়াই স্বাভাৱিক।

কিন্তু সুদীপ্তই কৈছিল—সেয়া স্বাভাৱিক নহয়। হব নোৱাৰে।

আমি পৰিৱৰ্তন আনিব লাগিব। আমি আশা কৰিবলৈ শিকিব লাগিব।

পৰিৱৰ্তন আনিব লাগিব আমাৰ মনলৈ, পৰিৱৰ্তন আনিব লাগিব আমাৰ সমাজলৈ, আমাৰ জীৱনলৈ। আৰু সেই পৰিৱৰ্তনৰ জোৱাৰত উটি যাব ৰঘু মালীহঁতৰ সেই ধাৰণা, সিহঁতে বুজিব কিতাপ-কাগজৰ মাজত কি অমূল্য সম্পদ লুকাই আছে। সিহঁতৰ ল'ৰা-ছোৱালীয়ে স্কুলত পঢ়িব, কলেজত পঢ়িব……

সুদীপ্ত সঁচাকৈয়ে সুদীপ্তই আছিল। তাৰ কথা কোৱাৰ এক ভংগী আছিল। তাৰ দীপ্তস্বৰ শুনি, তাৰ বাকপটুতা শুনি বহুদিন মই স্তব্ধ হৈ গৈছিলোঁ। বক্তৃতাৰ নামত সাতজাপ মৰাজনেও হাঁহি হাঁহি সুদীপ্তৰ কথা অনায়াসে আধাঘণ্টা হজম কৰিব পাৰিছিল।

আৰু সুদীপ্তৰ কথাত মোহগ্ৰস্ত হৈ, এৰা মোহগ্ৰস্ত বুলিয়েইতো কব লাগিব; মই মনে মনে মোৰ মনৰ পটত এক নতুন দিনৰ ছবি আঁকিছিলোঁ। নতুন সমাজৰ সপোন দেখিছিলোঁ। সেই সমাজ গঢ়াৰ চাবিকাঠি লৈ যেন আগবাঢ়ি গৈছে সুদীপ্ত, আগবাঢ়ি গৈছে উৰ্মিমালা—আৰু, আৰু বহুত।

উৰ্মিমালাইও সুদীপ্তৰ কথাৰ সুৰতে সুৰ মিলাই কৈছিল—আমি পৰিৱৰ্তন আনিব লাগিব। আৰু সেই পৰিৱৰ্তন অনাৰ মুখ্য দায়িত্ব আমাৰ। আমি আমাৰ সামাজিক চেতনা জাগৃত কৰিব লাগিব। জীৱনক উপলব্ধি কৰিবলৈ শিকিব লাগিব আৰু ঢেৰ কিবাকিবি।

সিহঁতৰ ওচৰত মোৰ নিজকে অতি তুচ্ছ যেন লাগিছিল। মই যেন চিন্তা-চৰ্চাৰ দিশত সিহঁতকৈ বহুত পিচত পৰি ৰৈছোঁ। সিহঁতক প্ৰায়ে কৈছিলোঁ, তোমালোক আগবাঢ়া। আমি আছোঁ। তোমালোকক সহায় কৰিবলৈ আমি তোমালোকৰ পিচত আছোঁ।

আচলতে আমি এতিয়াও আছোঁ। সুদীপ্তক সহায় কৰিবলৈ, উৰ্মিমালাক সহায় কৰিবলৈ আমি এতিয়াও আছোঁ। কিন্তু সিহঁত এনেভাবে আগবাঢ়ি গ'ল যে সিহঁতক সহায় কৰাটো আমাৰ সাধ্যৰ অতীত হৈ ৰ'ল।

উৰ্মিমালাৰ খবৰ বহুদিন পোৱা নাছিলোঁ। হঠাৎ এদিন ৰঞ্জিতক লগ পাইছিলোঁ।

বক্তিত আৰু উৰ্মিমালা। উৰ্মিমালা আৰু বক্তিত। দুটা অতি চিনাকি নাম।

উৰ্মিমালাই কৈছিল, সিহঁতৰ হৃদয়ৰ চিনাকিও হেনো অতি গভীৰ। সিহঁত উভয়ৰে মন, চিন্তা, আদৰ্শ, ক'তো অকণো অমিল নাই।

অথচ ডঃ সুৰজিত চলিহাৰ বিদেশী ডিগ্ৰী ; চলিহাৰ টকা, সন্মান, গাড়ী, ঘৰে সেই অমিল এদিন স্পষ্টভাবে উৰ্মিমালাক দেখুৱাই দিলে। সামাজিক চেতনাক জগাই তুলিব লাগে বুলি গৰম কথা কোৱা উৰ্মিমালা এতিয়া মিছেছ সুৰজিত চলিহা হৈ আমেৰিকাত আছে। তাত মাজে মাজে বিহুৱে-পাৰ্বনে পাৰ্টিত গোট খোৱা অসমীয়া মানুহখিনিৰ মাজত বিহু গাই অসমীয়া কলাকৃষ্টি জীয়াই ৰাখি জীৱন সাৰ্থক কৰিছে।

আৰু সুদীপ্ত?

ছবছৰ ধৰি এক মধুৰ সম্পৰ্ক চলাই থকা তাৰ সকলো কামৰ প্ৰেৰণা, তাৰ আদৰ্শ, তাৰ জীৱনৰ জ্যোতি বুলি এসময়ত অভিহিত কৰা বীণাক যেতিয়া বিয়া কৰোৱাৰ প্ৰশ্ন উঠিল তেতিয়া বৰ কায়দাৰে সি আঁতৰি গ'ল। ক'লে—ঘৰ-সংসাৰ এইবোৰ তাৰ বাবে নহয়, তাৰ আদৰ্শক ৰূপদান কৰাত এই সাংসাৰিক মায়ামোহৰ বান্ধোনে আহুকাল জন্মাব।

"বুজিছা বীণা, ইমান দিনৰ সকলো স্মৃতি পাহৰি যোৱা। ছেন্টিমেন্টেল হৈ লাভ নাই। এতিয়া মই বুজিছোঁ ঘৰ-সংসাৰ এইবোৰ মোৰ বাবে নহয়। মোৰ বাবে যে আৰু বহুতে বাট চাই আছে। সিহঁতৰ বাবে যে কৰিবলগীয়া কাম মোৰ ঢেৰ আছে বীণা। প্লিজ মোক বুজিবলৈ যত্ন কৰা।"

বীণাই সেইদিনা সুদীপ্তক বুজিবলৈ যত্ন কৰা নাছিল। বুজিবলৈ যত্ন কৰিছিল—তাইৰ ভুল ক'ত হ'ল ? কোনখিনিত তাই সুদীপ্তক বুজাত ভুল কৰিলে ?

সুদীপ্তক বুজাত ভুল কোনখিনিত হ'ল এই প্ৰশ্নটো ময়ো কৰিছিলোঁ নিজকে। গম পাইছিলোঁ সুদীপ্তই বীণাক বিয়া নকৰালে সিহঁতৰ ঘৰৰ তুলনাত বীণাহঁতৰ ঘৰৰ মানদণ্ড বহুত নিম্ন বাবে। সুদীপ্তৰ গোড়া ব্ৰাহ্মণ পিতৃ-মাতৃয়ে সেই বিয়াত নৈতিক সন্মতি নিদিয়া বাবে, পৈতৃক সম্পত্তিৰপৰা বঞ্চিত কৰিব বুলি ভাবুকি দেখুওৱাৰ বাবে।

এতিয়া পৈতৃক সম্পত্তিৰ জাকজমকতা আৰু সম্পত্তিবান শহুৰেকৰ জীয়েকৰ সতে সুদীপ্ত এজন অতি ব্যস্ত ভদ্ৰলোক।

এটা লেতেৰা আৰু ছিন্ন পোছাকৰ দৰে তাৰ এসময়ৰ সকলো চিন্তা, কথা



হয়তো বিস্মৃতিৰ বুকুত জাহ গৈছে। কেতিয়াবা মোৰ সুধিবলৈ মন যায়, সামাজিক পৰিবৰ্তন তুমি এনেকৈয়ে আনিবা নেকি সুদীপ্ত ?

কিন্তু সোধা হোৱা নাই মোৰ।

এই উৰ্মিমালা, সুদীপ্ত—ইহঁতক লৈ ইচ্ছা কৰিলে মই এটা গল্প লিখিব পাৰোঁ। কিন্তু লেখা নাই। লিখিয়েবা কি হব ? সেই গল্প পঢ়াৰ সময়তো সিহঁতৰ নাই! আৰু পঢ়িলেও আত্মসংশোধনৰ মানসিক প্ৰস্তুতি জানো গোটাব পাৰিব ? আত্মসংশোধনৰ প্ৰয়োজন বোধ কৰিব ?

আৰু এই পংকজ, পংকজক লৈয়ে বাৰু গল্প এটা লিখিব পৰা যাব নেকি ?

কোনোদিনে কোনো পৰীক্ষাৰ খুব এটা ভাল ফলাফল নেদেখুওৱা মজলীয়া ধৰণৰ ছাত্ৰ পংকজ এতিয়া ইয়াৰপৰা এশমাইল আঁতৰৰ নতুন কলেজ এখনত সোমাইছে। প্ৰথম সোমায়ে আহোঁ আহোঁ লগোৱা পংকজে এতিয়া লিখিছে : মই এতিয়া ঠিক কৰিছোঁ, মই ইয়াতেই থাকিম। মোৰ এই সীমিত ছাত্ৰ-ছাত্ৰীকে মই যি জানো, যি পাৰোঁ সাধ্যানুযায়ী শিকাম। ইমানদিনে মোৰ জীৱনৰ যি বাস্তৱ অভিজ্ঞতা আহৰণ কৰা হোৱা নাছিল, তাক ইয়াত থাকিয়ে আহৰণ কৰিম। ইমানদিনে আমি কেৱল ওপৰে ওপৰে গতি কৰিছোঁ। এতিয়া মাটিত ভৰ দি মাটিৰ ওপৰত খোজ দিম। মই খোজ দিম আৰু এই গাওঁ-গাওঁ লগা, কোনো সুবিধা নথকা সৰু চহৰখনৰ ছাত্ৰ-ছাত্ৰীখিনিকো আগবঢ়াই নিম। সিহঁত ডাঙৰ হৈ কি হয় নাজানো কিন্তু সিহঁত মানুহ হওক, সিহঁতৰ কৰ্ম, সিহঁতৰ আদৰ্শ, সিহঁতৰ স্বপ্ন, সিহঁতৰ চিন্তা চবতে এই মাটিৰ গোন্ধ থাকক। ওপৰে ওপৰে নহয়, মাটিত ভৰ দি লাহে লাহে সিহঁত আগবাঢ়ি যাওক।......

......সিহঁত আগবাঢ়ি গৈ আছে, পংকজৰ লগে লগে......মোৰ দৃষ্টিৰ চাৰিসীমা পাৰ হৈ সিহঁত গুছি গৈছে......

আৰু মই এতিয়া ঠিক কৰিছোঁ সম্পাদকলৈ মই এখন চিঠি লিখিম, চিঠি এখন পংকজলৈকো লিখিম। লিখিম সম্প্ৰতি মই কোনো গল্পকেই লিখিব নোৱাৰোঁ।

গল্প লেখক হিচাপে মোক এনে সিদ্ধান্তৰ বাবে বহুতে গৰিহণা দিব পাৰে, বহুতে বহুত ধৰণৰ মন্তব্য প্ৰকাশ কৰিব পাৰে, কোনো কথা নাই। কিন্তু মই আচলতে তেতিয়াহে পুনৰ কলম তুলি লম যিদিনাখন পংকজহঁতৰ দলটোক আঁচাকৈয়ে মই গতি কৰা দেখিম। তেতিয়া পংকজক লৈ মই এটা সুন্দৰ আৰু দীঘলীয়া গল্প লেখিম। অৱশ্যে যদিহে পংকজৰ অনুমতি পাওঁ।

# একুৰা শীতল জুই

**ৰঞ্জন কুমাৰ কাকতি**

খিৰিকীখনেদি সৰু সৰু ল'ৰা-ছোৱালী কেইটামানে সন্মুখত থকা ডোবাটোত কেঁকোৰা ধৰি থকা চাই চাই আমি কথা পাতিছিলোঁ। আমি মানে মই, অনামিকা আৰু চন্দন। মই চন্দনৰ দুই-এটা কথাৰ উত্তৰ দিয়াৰ বাহিৰে সিহঁতৰ আলোচনাত ভাগ লোৱা নাই। মোৰ মনটো কিন্তু উচ্‌পিচাই আছিল কিবা এক অনামী আশঙ্কাৰে। মনে মনে মই হিচাপ-নিকাচ কৰিছোঁ অনামিকাৰ কথাখিনি ; যিখিনি কথা তাই চন্দনক কোৱাৰ চলেৰে আচলতে মোকেই উদ্দেশ্য কৰি কৈছিল। সিহঁত দুয়োটাই হয়তো ভাবি আছে মই সিহঁতৰ কথাকে শুনি শুনি মৌন হৈ বহি আছোঁ। কিন্তু মোৰ মগজুত সিহঁতৰ কথোপ-কথনৰ বিন্দুমাত্ৰ প্ৰভাৱো পৰা নাই।

মনত পৰে মোৰ অনামিকাক প্ৰথম লগ পোৱা দিনটোৰ কথা। সেই-দিনা মই মোৰ বন্ধু বান্ধৱীহঁতৰ লগত হোটেলৰ কেবিনত বহি আড্ডা মাৰিছিলোঁ। জ্যোৎস্না, শিল্পীকা, দীপশিখাহঁতৰ লগত এজনী ধুনীয়া নতুন ছোৱালীও বহি আছে। মাজে মাজে আমাৰ কথাত ভাগ লৈছে, হাঁহিছে। কিন্তু মই ধৰিব পৰা নাছিলোঁ কোন সেই অপৰূপা। কি কথা পাতিছিলোঁ আজি আৰু মোৰ মনত নাই। কিন্তু এইটো মনত আছে—কিবা এক কথা-প্ৰসঙ্গত মই কৈছিলোঁ—

"জানা দীপশিখা, পৃথিৱীক গৰ্ভৱতী কৰাৰ একমাত্ৰ পথ হ'ল কৰ্ষণ, নাৰীক গৰ্ভৱতী কৰাৰ একমাত্ৰ পথ হ'ল মিলন আৰু পৃথিৱীৰপৰা অন্যায়, অবিচাৰ, দুৰ্নীতি আঁতৰাই সাম্যবাদ অনাৰ একমাত্ৰ পথ হ'ল বিপ্লৱ।"

সেই অচিনাকি ধুনীয়া ছোৱালীজনী অৰ্থাৎ অনামিকা প্ৰায় জাপ মাৰি উঠিছিল। তাই কৈছিল—"বিপ্লৱ মানে তো তেজৰ প্ৰাণ।" মোৰ মুখৰ পৰাও হঠাতে ওলাই গৈছিল—"নতুনৰ জন্মক্ষণত ৰক্তক্ষৰণ হ'বই। আপোনাৰ জন্মলগ্নত জানো আপোনাৰ আয়ে বিনা ৰক্তক্ষৰণেৰে আপোনাক জন্ম দিছিল ?"



ছোৱালীজনী বৈ গৈছিল এক অপ্ৰত্যাশিত উত্তৰ শুনি। মুখত এক আচৰিত ভাব, এক অবাক দৃষ্টি। যেন তাই ক'ব খুজিছিল—

"তুমি ইমান আচৰিত !!" মযো সেই অবাক দৃষ্টিত কিবা অনামী এক মোহ আৱিষ্কাৰ কৰি চাই আছিলোঁ। কিমান সময় ক'ব নোৱাৰোঁ। হয়তো এক মিনিট, নহয়তো মাত্ৰ কেইছেকেণ্ডমান, অথবা কেইটামান বৰ্ণনাহীন মুহূৰ্ত। কিন্তু এইটো সঁচা কথা যে সেই কেইটা মুহূৰ্ততে আমি ধৰা পৰি গৈছিলোঁ দীপশিখা, শিল্পীকাহঁতৰ ওচৰত। সিহঁতৰ ওচৰত বেয়াকৈ ধৰা পৰি মই মোৰ দৃষ্টি আঁতৰাই আনিছিলোঁ সঙ্কোচত। দীপশিখাই অৱশ্যে পৰিস্থিতিটো লঘু কৰি পেলাইছিল ছোৱালীজনীৰ লগত চিনাকি কৰি দি।

ঃ অ' ৰঞ্জন, তোমালোকৰতো চিনাকিয়েই হোৱা নাই ! আহাঁ চিনাকি কৰি দিওঁ—এয়া অনামিকা চৌধুৰী—মোৰ 'ক্লাছফ্ৰেণ্ড'। আৰু অনামিকা, এয়া ৰঞ্জন বৰুৱা। তই হয়তো গল্প, কবিতা পঢ়িছ। এখন উপন্যাস অলপতে প্ৰকাশ পাব।

ছোৱালীজনীয়ে হাঁহি হাঁহি নমস্কাৰ জনাইছিল। মযো উত্তৰত তাকেই কৰিছিলোঁ। তাৰ পিচত আমাৰ মাজত কোনো ধৰণৰ জড়তা নাছিল, নাছিল কোনো অবাক চাৱনি। আমি হেৰাই গৈছিলোঁ উচ্ছৃঙ্খল হাঁহি আৰু যৌৱনৰ ফেনিল উচ্ছলতাৰ মাজত। সেয়া আজিৰপৰা বহুত দিনৰ আগৰ কথা। তেতিয়া মোৰ দেহত অস্থিৰ যৌৱনৰ চঞ্চলতা তেজৰ কোষে কোষে বিয়পি আছিল।

...আজি আৰু অনামিকাই মোক মাতবোল নকৰে। ফলশ্ৰুতি হিচাপে মযো। অথচ আগতে আমি দুয়ো দুয়োকে নেদেখিলেও থাকিব নোৱাৰিছিলোঁ। সেইবোৰ বহুত কথা। অস্থিৰ যৌৱনৰ ৰোমান্স বিচৰা দিনৰ কথা।

আজি এয়া অনামিকা আৰু মই বহুত দিনৰ মূৰত একেলগে বহিছোঁ। আৰু তাই সেই সুযোগ সম্পূৰ্ণকৈ গ্ৰহণ কৰি চন্দনক কোৱাৰ চলেৰে বহু কিবাকিবি কথা—যিবোৰ ময়েই বহুদিনৰ আগতে কিছুমান দুৰ্বল মুহূৰ্তত কৈছিলোঁ—মোক কৈ আছে। মাজে মাজে অস্বস্তি বোধ কৰিছোঁ। তথাপি কোনো উত্তৰ দিয়া নাই। হয়তো অনামিকাই এই মুহূৰ্তত প্ৰথম দিনাৰ দৰে উত্তৰ বিচাৰিছে। হয়তো মই কিবা উত্তৰ দিলেই তৰ্ক আৰম্ভ কৰিব। হয়তো তাই সেই সুযোগ গ্ৰহণ কৰিব আৰু মোক মাতি অন্ত পেলাব এক বহুদিনীয়া নীৰৱতাৰ, নিঃসঙ্গতাৰ। কিন্তু মই মৌন হৈ বহি আছোঁ। অন্তৰত বহুত

চিন্তাৰ খেলিমেলি। এটা কথাৰ লগত অন্য এটাৰ, এটা যুক্তিৰ লগত এটা যুক্তিৰ প্ৰচণ্ড সংগ্ৰাম আৰম্ভ হৈছে মোৰ মগজুৰ ভিতৰত।

চন্দনে এতিয়া অনামিকাৰ লগত কিবা কথা পাতি আছে। মোৰ কাণত এটা শব্দও পৰা নাই। হয়তো সিহঁত দুটাও মোৰ নীৰৱতাত অসহ্য হৈ পৰিছে। কিন্তু কোনো এটায়ো সাহ কৰিব পৰা নাই মোক সমাধিস্থ অৱস্থাৰপৰা প্ৰকৃতিস্থ কৰিবলৈ।

হঠাৎ এক উচুপনিৰ শব্দই মোক সচকিত কৰি তুলিলে। খিৰিকীৰপৰা মোৰ দৃষ্টি আঁতৰাই আনি অকণমানি কোঠাটোত চাই দেখোঁ অনামিকাই কান্দিছে। চন্দন বিমূঢ়। সি মোলৈ চাইছে আৰু মই তালৈ। মোৰ মুখেদি মোৰ অজানিতেই এবাৰি কথা ওলাই গ'ল : কি হ'ল ?

লগে লগে ক্ৰুদ্ধা গুলী খোৱা বাঘিনীৰ দৰে গৰ্জি উঠিল অনামিকাই : কি হ'ল সুধিবলৈ আহিছা! লাজ লগা নাই এজনী ছোৱালীক নিৰুপায় অৱস্থাত পেলাই নিজে নিজানত সমাধিস্থ অৱস্থাত বহি থাকিবলৈ? তেন্তে তুমি কিয় মোক তোমাৰ কাষত আশ্ৰয় দিছিলা? কিয় তোমাৰ প্ৰেমৰ মদিৰাৰে মোক আচ্ছন্ন কৰি ৰাখিলা? কিয় তুমি মোৰ কপাল তোমাৰ দেহৰ তেজেৰে কলঙ্কিত কৰিছিলা? যদি তোমাৰ ইচ্ছা অকল মোৰ কপাল কলঙ্কিত কৰি দূৰত থাকি পুতলা নাচ চোৱাৰ, তেন্তে দূৰত থাকি ঠিকনা-বিহীনভাৱে থাকি ভালেই কৰিছা। কিন্তু এজনী ছোৱালীক মানসিক অশান্তিত দিন নিয়াবলৈ বাধ্য কৰোৱাৰ কোনো যুক্তি নাই।...

তাই কথাবোৰ কৈছিল আৰু কান্দোনৰ মাজতো ফোঁপাইছিল। হয়তো খঙত, হয়তো ঘৃণাত। মই তাইৰ কান্দোনৰ তালে তালে ফুলি উঠা দেহটোলৈ চাই ভাবিছিলোঁ সেই দিনটোৰ কথা। যিদিনা মই অনামিকাক হাতৰ আঙুলি কাটি শিৰৰ ৰেখা তেজেৰে বোলাই দি কৈছিলোঁ—

: অনামিকা, এইখন দেশৰ কোনো বস্তুকে আজি আৰু বিশ্বাস কৰিব নোৱাৰি। সকলো ভেজাল। বজাৰৰ সেন্দুৰৰ ৰঙা ৰঙত মোৰ বিশ্বাস নাই। সেই কথা তুমি জানা। কিন্তু তেজৰ ওপৰত মোৰ গভীৰ বিশ্বাস। সেয়ে দেহৰ তেজেৰেই তোমাক মোৰ কৰি আদৰি লোৱাৰ প্ৰতিশ্ৰুতি দিলোঁ।

সেইদিনা তাই মোৰ বুকুৰ মাজত সোমাই পৰিছিল নিবিড়ভাৱে। কিন্তু তাৰ কিছুদিন পিচতেই কিবা এটা সৰু কথাতে অতি-নাটকীয় ভাষাত কৈ দিলে—"তুমি মোক আজিৰপৰা কোনোদিনেই নামাতিবা।"



সেইদিনা মোৰ গোটেই দেহটো কঁপি উঠিছিল খঙত, বেদনাত। এক তীৰবিদ্ধ পক্ষীৰ যন্ত্ৰণাৰে ময়ো সেইদিনা কৈছিলোঁ : "ঠিক আছে। বাধা দিছা যেতিয়া মই কোনোদিনেই নামাতোঁ।"

সেইয়া অস্থিৰ যৌৱনৰ ৰঙীন স্বপ্ন দেখাৰ সময়। তাৰ পাচত বহুদিন পাৰ হৈ গ'ল। মই ভাবিছিলোঁ মোৰ দেহৰ চেকা অনামিকাৰ কপালৰপৰা হয়তো হেৰাই গ'ল। সেয়ে কিছুমান ব্যাখ্যাহীন, বেদনাৰ্ত মুহূৰ্তত কেতিয়াবা নিজকে শেষ কৰি দিয়াৰ ইচ্ছা হৈছিল। কিন্তু কৰিব নোৱাৰিলোঁ। বহু কথা চিন্তা কৰি মই ৰৈ গ'লোঁ। তাৰ পিচত মই হেৰাই গৈছিলোঁ জন-সমুদ্ৰত।...

মানুহৰ মাজত কাম কৰি কৰি মই নিজকে নতুনকৈ গঢ়ি আমোদ পাইছোঁ। জীৱনৰ সঁচা পথ, ৰঙ বিচাৰি পাইছোঁ। কিয়নো মই শেষ হৈ গ'লেও মোৰ পিচত দহজন সেই ঠাইত থিয় দিব। মানুহৰ বুকুত জ্বলা জুইকুৰাৰে সেইচাম মানুহে খাণ্ডৱ দাহ কৰিবলৈ এতিয়া শিকিছে। সেয়ে মই আজি আনন্দত আত্মহাৰা। এই পথে মোক পোহৰৰ নতুন দিগন্তলৈ আগবঢ়াই নিছে। আজি বহুত বছৰৰ মূৰত মই এয়া উপস্থিত হৈছিলোঁহি নিজৰ চহৰখনত। আৰু এই কেইবছৰতে মই আগৰ ৰঞ্জন বৰুৱাৰপৰা সম্পূৰ্ণ পৃথক হৈ পৰিছোঁ। এতিয়া শোষিতৰ চকুপানী আৰু লুণীয়া তেজেৰে সিহঁতৰ কথাকেই প্ৰকাশ কৰাৰ প্ৰয়াস কৰিছোঁ। বহুত ৰচনাৰ প্ৰকাশ, প্ৰচাৰ বন্ধ কৰি দিয়া হৈছে। তথাপি মই কলম এৰা নাই। কাম কৰিবলৈ এৰা নাই। সমাজক ধুই নিকা কৰিবলৈ সেই প্ৰথমদিনা অনামিকাক কোৱাৰ দৰে আজিও মই বিপ্লৱৰ স্বাৰ্থত ইমূৰৰপৰা সিমূৰলৈ ঘূৰিছোঁ। আৰু বহুদিনৰ বিৰতিৰ পিচত ঘৰলৈ আহোঁতে চন্দনৰ অনুৰোধত ৰেষ্টোৰাত বহি মই এইয়া এক অন্য ধুমুহাৰ সন্মুখত। এই ধুমুহাৰ মাজত লুকাই থকা প্ৰেমৰ ঘূৰ্ণি-বতাহত এসময়ত মোক মই হেৰুৱাই পেলাইছিলোঁ। এইজাক বতাহে মোক কক্ষচ্যুত গ্ৰহৰ দৰে এক নিৰ্দিষ্ট কক্ষপথ তথা লক্ষ্যৰপৰা আঁতৰাই পঠাইছিল। আৰু আজি!! আজি সেইজাক বতাহেই পুনৰ মোক দোষাৰোপ কৰি সাৰটি ল'ব খুজিছে। অথচ সেইদিনা আঁতৰাই পঠাওঁতে মোৰ কোনো দোষ নাছিল। সেয়ে কান্দোনৰ তালে তালে কঁপি উঠা অনামিকাৰ দেহটোলৈ চাই চাই মই ভাবিছোঁ কি উত্তৰ দিম!! চিন্তা কৰিছোঁ দ্ৰুত গতিত। চন্দনে মোক আকৌ কিয় এই দোমোজাত, দ্বন্দ্বত উপনীত কৰালে?

মই চন্দনলৈ চালোঁ। তাৰ চকুত অনুৰোধৰ কাকুতি। সি যেন ক'ব

বিচাৰিছে—"ৰঞ্জন, এই কান্দোনৰ অৰদান ঘটা।" তাক গালি পাৰিব খুজিছিলোঁ। কিন্তু মই বৈ গ'লোঁ তাৰ চকুহালৰ করুণ চাৱনি দেখি। অনামিকাই আকৌ ক'লে : তুমি নিষ্ঠুৰ। তুমি পাষাণ। নাৰী মনৰ আশা-আকাঙ্ক্ষা তুমি একো বুজি নোপোৱা। কোৱা ৰঞ্জন, তোমাৰ হৃদয়ত মোৰ বাবে অকণো ঠাই নাইনে? বহুত দিনৰ আগতেই মই তোমাক কৈছিলোঁ 'নামাতিবা' বুলি। কিন্তু তুমিতো পুনৰ এবাৰো মাতি নাচালা মই তোমাক মাতোনে নাই। কিয়? যদি তুমি মোক সঁচাই ভাল পাইছিলা তেতিয়াহ'লে এদিন এবাৰৰ বাবে হ'লেও মাতিব লাগিছিল। অথচ প্ৰতিদিন তুমি আমাৰ ঘৰৰ সন্মুখেদি গহীনত পাৰ হৈ গ'লা। কোনোদিন ভুলতো আমাৰ ঘৰৰ ফালে নাচালা! তেতিয়া মই প্ৰতিদিন ভাবিছিলোঁ তুমি আহিবা মোৰ কাষলৈ আৰু মই তোমাৰ বুকুত মূৰ থৈ ক্ষমা খুজিম মোৰ দোষৰ, মোৰ ভুলৰ। কিন্তু তুমি নাহিলা। তুমি হেৰাই গ'লা। হয়তো তোমাৰ মনৰপৰাও মোৰ স্মৃতিক তুমি নিৰ্বাসন দিলা। আজি চন্দনৰ মুখত তুমি অহাৰ কথা শুনি মতাই আনিলোঁ; কিন্তু কিমান কথা কলোঁ অথচ তুমি মোৰ কথাৰ এবাৰো উত্তৰ নিদিলা, এবাৰো মোৰ চকুলৈ নাচালা। কিয়? কিয় তুমি মোৰ এনে অৱস্থা কৰিলা ??

: অনামিকা!

মোৰ মুখৰ মাতটো বোধহয় বৰ কৰ্কশ হৈ ওলাল। তাই উচপ খাই মোৰ মুখলৈ চালে। মই কিছু সময় মৌন হৈ থাকিলোঁ!

: শুনা অনামিকা, বহুত কথাই তোমাক ক'বলৈ থাকি গ'ল। কিন্তু আজি আৰু সেই কথা কোৱাৰ সময় নাই। সকলোবোৰ মোৰ মনৰ মাজতে হেৰাই গ'ল।

তুমি যিদিনা 'নামাতিবা' বুলি কৈছিলা, সেইদিনা নিজক শেষ কৰি দিয়াৰ এক কাপুৰুষ কল্পনা জাগি উঠিছিল। মানুহে ভালপায় সুখী হবৰ নিমিত্তে, অসুখী হ'বৰ বাবে নহয়। সেয়ে আত্মহত্যা একপ্ৰকাৰ কৰিলোঁ নিজক সুখী কৰিবলৈ, তোমাক সুখী কৰিবলৈ। মোৰ একক প্ৰেমিক মনটোক মই হত্যা কৰি পেলালোঁ। কিয়নো তুমি যদি মোৰ প্ৰয়োজন বোধ নকৰাকৈ সুখী হ'ব পাৰা, তেন্তে মোৰ তাত আপত্তি থকাৰ কোনো যুক্তি থাকিব নোৱাৰে। সেয়ে মোৰ নিজৰ চিন্তাধাৰাৰ কক্ষপথত মই গতি কৰিলোঁ। এতিয়া আকৌ উভতি অহাৰ উপায় নাই আৰু সময়ো নাই।

: ৰঞ্জন, এতিয়াও বহুত সময় আছে। আমাৰ দেহৰপৰা ফাগুনে এতিয়াও বিদায় লোৱা নাই। কোৱা তুমি মোক ক্ষমা কৰি গ্ৰহণ কৰিবা? ঠিক আছে, মোক ক্ষমা কৰিব নালাগে, কিন্তু তোমাৰ তেজখিনিক? তোমাৰ তেজৰ চেকাই মোৰ কপালখন এতিয়াও পোৰে ৰঞ্জন। এতিয়াও মই দাপোণৰ আগত থিয় হ'লে সেই ফোঁট আৰু শিৰৰ ৰেখা দেখা পাওঁ। কোৱা পাৰিবা—পাৰিবা মোক আদৰি ল'ব?

: অনামিকা! এবাৰ আঁতৰাই পঠোৱাৰ পিচত মই আৰু কাষ চাপি যাব নোখোজো। কিয়নো মোৰ মাজত থকা প্ৰেমিক ৰঞ্জনটোক মই সেইদিনাই হত্যা কৰিছোঁ। মই তোমাক প্ৰথমতেই বোধহয় কৈছিলোঁ মোক ফাঁকি দিলে বা অন্য কোনো ধৰণৰ ব্যৱহাৰ কৰিলে মই নিজে জ্বলি জ্বলি শেষ হৈ যাম কিন্তু কাকো নজনাওঁ। আজি তুমি মোক তোমাৰ কাষত যিমান প্ৰয়োজনীয় বুলি ভাবিছা মোৰ বাবে তুমি কিন্তু সিমান প্ৰয়োজনীয় নোহোৱা! মই আজি যি সকলৰ লগত একাত্মা সেইসকলক আৰু সেইসকলৰ শক্তিকহে বেছি প্ৰয়োজনীয় বুলি ভাবোঁ। তোমাৰ কপালৰ, শিৰৰ ৰেখা মোৰ তেজেৰে পুনৰ বোলাবলৈ গ'লে মই আই শ্যামলীমাৰ কপালত আঁকিব খোজা ৰেখা ভাল যে অসম্পূৰ্ণ হৈ ৰ'ব!! সেইয়া মই হ'ব দিব নোখোজো। বৰ্তমান মোৰ বুকুৰ মাজত সেই এটাই গোপন আশা। সেয়ে ক্ষমা কৰিবা! তাৰোপৰি এই অৱস্থাটোৰ বাবে মই দোষী নহয়। মই আজি গাৱঁৰ জুপুৰী, গলিৰ কদৰ্য্যতাত নিজকে নতুনকৈ চাবলৈ শিকিছোঁ। মই আজি মাটিৰ শয্যাত সুখী।

তোমাক কথা দিছিলোঁ বাবেই তোমাক মাথো এটা ক্ষীণ আশা দিব পাৰোঁ— যদি মোৰ কলিজাৰ তেজেৰে আইৰ শিৰৰ ৰেখা আঁকিব লগা নহয় তেন্তে মই তোমাৰ ওচৰলৈকে ঘূৰি আহিম। কিন্তু বোধকৰো সেই ওভোতাৰ আশা নকৰাই ভাল হ'ব। কিয়নো তেতিয়া হয়তো আমাৰ দেহৰপৰা ফাগুনে বিদায় ল'ব।...চন্দন তহঁত যাবি।

মই যাওঁ। অনামিকা থাকিবা।

মই ৰুমটোৰপৰা ওলাই আহিলোঁ।

ডোবাটোত সৰু সৰু ল'ৰা-ছোৱালী কেইটা নাই। হয়তো এতিয়া মানে সিহঁত কেঁকোৰাৰ ঠেং, ছেপেনাবোৰ ভাজি জুইত পোৰাত ব্যস্ত। মই ওলাই অহাৰ লগে লগে শুনিলোঁ এক অস্ফুট উচুপনি। মই দ্ৰুতগতিত আগবাঢ়িলোঁ সন্মুখৰ পিনে। বহুদূৰ; সেই উচুপনিয়ে আৰু মোক ধৰি ৰাখিব নোৱাৰে।

# একলব্য

কন্দর্প কুমাৰ ডেকা

পাছাডেনা অভিমুখে যাবলৈ ওলোৱা সুশান্ত চলিহাই বিমান বন্দৰত মাত লগাবলৈ অহা শুভাকাঙ্ক্ষীবোৰৰ মাজত বৰ ব্যস্ত হৈ ইটো-সিটোক মাত লগাইছে। এনেতে বিমান বন্দৰৰ সঙ্কেত ধ্বনি বাজি উঠিল—'কলিকতা অভিমুখী বয়িং ৭৩৭ বিমানৰ যাত্ৰীসকল Security checkingৰ বাবে সাজু হ'ব লাগে'। পৰ্টফলিও বেগটো হাতত তুলি লৈ যাওঁ বুলি খোজ লওঁতেই তিৰোতা এজনী আগবাঢ়ি আহি থিয় হ'ল সুশান্ত চলিহাৰ আগত। তিৰোতাজনীৰ পিনে চকু দিয়েই আচৰিত হৈ উঠিল সুশান্ত। বহু বছৰৰ মূৰত দেখিলেও, মূৰৰ মাজত আগতে নথকা সেন্দুৰৰ ফোঁটটো বাতিপুৱাৰ ৰঙা সূৰুযৰ দৰে জিলিকি থাকিলেও সি নমিতাক কোনোদিনেই ভুল নকৰে। সুশান্ত থৰ লাগি ৰ'ল ক্ষন্তেক সময়ৰ বাবে। নমিতা আৰু ওচৰ চাপি আহিল। সুশান্তই নমিতাৰ চকুযুৰিলৈ চালে। তাইৰ চকুত শৰতৰ পুৱা দুবৰিৰ আগত জিলিকা নিয়ৰৰ দৰে দুটোপাল চকুলো জিলিকি আছে।

"তুমি আজি যাবা বুলি কালিৰ বাতৰি কাগজত পঢ়ি মাত লগাবলৈ আহিলোঁ।......তোমালৈ মোৰ শুভেচ্ছা সদায়ে থাকিব। তুমি মোক বেয়া পাই নাথাকিবা।......" শেষৰ ফালে নমিতাৰ মাত থোকাথুকি হৈ গ'ল।

"নাই, নাই, তুমি যে কি কৈছা নমি, তোমাক মই কোনোদিনে বেয়া পোৱা নাই। তোমাৰ উৎসাহ, অনুপ্ৰেৰণা নহলে মই কোনোদিনেই......" সুশান্তৰ কথা বন্ধ হৈ গ'ল। বিমান বন্দৰৰ ঘণ্টা আকৌ বাজি উঠিল।

"This is the final and last call......"

সুশান্ত এইবাৰ যাবলৈ বাধ্য হ'ল। এপলক চাৰিওফালে চাই সি বেগা-বেগীকৈ আঁতৰি গ'ল। বয়িঙৰ ভিতৰত তাৰ ছিটটোত বহি লৈ সুশান্তই



খিৰিকীৰে 'ভিজিটৰছ লাউঞ্জ'লৈ আৰু এবাৰ নোচোৱাকৈ থাকিব নোৱাৰিলে। নমিতা তাতে আয়নাৰ ডাঙৰ বেৰখনৰ ওচৰত ৰৈ আছে। ৰুমালেৰে নমিতাই চকুপানীবোৰ মচিছে।

নমিতা বৰা—এতিয়াৰ নমিতা বৰুৱা। সুশান্তই মৰমতে মাতিছিল নমি বুলি। ৰান-ওৱেৰ মূৰৰপৰা আকাশৰ বুকুলৈ বয়িংখনে চোঁ মৰাৰ লগে লগে সুশান্ত চলিহাৰো মনটোৱে কিছু বছৰ আগলৈ উৰা মাৰিলে। নমিক লগ পোৱাৰ কিমান বছৰ হ'ল বাৰু? বিশ্ববিদ্যালয়ত ভৰ্তি হোৱা যিমান বছৰ হ'ল নমিতাকো লগ পোৱা সিমান বছৰ হ'ল বুলিব পাৰি। তাৰ এতিয়াও ভালদৰে মনৰ আছে বিশ্ববিদ্যালয়লৈ আহি নতুন ক্লাছত লগ পাইছিল অনুৰাধাক। কি বাংঢালী অনুৰাধাজনী! প্ৰথম দিনাৰ চিনাকিতে সুশান্তক তই বুলি মাতিলেই আৰু তাইৰ যে কত ধেমেলীয়া কথা! ছোৱালীও যে ইমান খোলা মনৰ হব পাৰে অনুৰাধাক লগ পোৱাৰ আগতে সুশান্তই ভাবিবই পৰা নাছিল। দুদিনমান পিচতে সেই অনুৰাধাই আহি তাক কৈছিল, "সুশান্ত, তই মোক পাৰ্টি দিব লাগিব। তই বৰ লাকী ভাই। তই কেনেকৈ যে ঘাইল কৰিলি।" একো বুজিব নোৱাৰি শান্ত সুশান্তই অনুৰাধাৰ মুখৰ পিনে চাই ৰৈছিল। সি তেনেকৈ চাই থকা কাৰণে অনুৰাধাই কৈছিল "বেলৰ দৰে চাই থাকিব নালাগে। নমিতা বৰ ভাল ছোৱালী। মই তোক চিনাকি কৰি দিম বুলি কৈছোঁৱেই।" অন্য ধেমালিবোৰৰ দৰে সুশান্তই এই কথাখিনি পাহৰি পেলাইছিল লগে লগে। কিন্তু তাৰ পিচৰ সপ্তাহটোত এদিনাখন সি আৰু তাৰ বন্ধু অসীমে কেণ্টিনত চাই খাই থাকোঁতে অনুৰাধা হুলস্থুল কৰি হুৰমুৰকৈ সোমাই আহিছিল—অইন এজনী ছোৱালীৰ লগত। লগৰ ছোৱালীজনীক জোৰ কৰি টানি আনি সিহঁতৰ সন্মুখৰ চকি এখনত বহুৱাই দি অনুৰাধা নিজেও আন এখন চকিত বহি লৈ কৈছিল—"সু; এয়াই নমিতা, নমিতা বৰা—ইংলিছ ডিপাৰ্টমেণ্ট।" তাৰ পিচতে অনুৰাধাই সুশান্ত আৰু অসীমক এসোপামান বিশেষণ দি চিনাকি কৰি দিছিল নমিতাক। সুশান্তৰ বৰ অস্বস্তি লাগি গৈছিল। কি যে পাগলী এই অনুৰাধাজনী! প্ৰথম চিনাকি আৰু কেণ্টিনৰ ইমান সোপা মানুহৰ মাজতে নমিতাক তাৰ লগত দেখ-দেখকৈ জোৰাই দিব লাগেনে! ইপিনে নমিতাৰো যে কি অৱস্থা হৈছিল! বেচেৰীয়ে বহুতো চেষ্টা কৰিও অনুৰাধাৰ মুখ বন্ধ কৰিব নোৱাৰি তাৰপৰা গুচি অহাৰে ভাবুকিহে দিছিল। সুশান্তই দেখিছিল যে অনুৰাধাক নিয়ন্ত্ৰণ কৰিবলৈ হলে সি মৌন হৈ থাকিলে নহব। গতিকে পৰিবেশটো সহজ কৰি দিবলৈ সি কথা-

বতৰাৰ পাতনি মেলি দিছিল। এফালৰপৰা নমিতাক সি বহু প্ৰশ্ন কৰি গৈছিল—ঘৰ ক'ত, কোন কলেজৰপৰা পাছ কৰিলে, ইংৰাজী বিষয়টো কিয় বাছি ললে, হবি কি, কিতাপ পঢ়ি চাগৈ খুব ভাল পায় ইত্যাদি। তাৰ পিচতে সুশান্তই বড়ীলৈ চাই দেখিছিল যে সিহঁতৰ ক্লাছৰ সময় ইতিমধ্যে হৈছিলেই। পিচত লগ পাম বুলি কৈ সি আৰু অসীম তাৰপৰা গুচি আহিছিল।

সেইদিনা ৰাতি পদাৰ্থ বিজ্ঞানৰ ছাত্ৰ সুশান্ত চলিহাই ভাবিছিল—নমিতাজনী সঁচাকৈয়ে বৰ ভাল ছোৱালী। তাৰ প্ৰশ্নবোৰৰ উত্তৰ তাই ইমান সুন্দৰকৈ দি গৈছিল। হবিৰ কথা সুধি সুশান্তৰ নিজেই বিপদত পৰা যেন লাগিছিল। আজৰি সময়ত কিতাপ পঢ়াই হবি বুলি কৈ এখনৰ পিচত এখন কিতাপৰ নাম কৈ সেইবোৰ সুশান্তই পঢ়িছে নে নাই বুলি সোধাত বাধ্য হৈ সি স্বীকাৰ কৰিছিল যে এখন-দুখন কিতাপ আৰু আলোচনীৰ বাহিৰে সাহিত্যৰ কিতাপ সি পঢ়াই নাই। আগতে কোনো ছোৱালীৰ লগত ভালদৰে কথা নপতা সুশান্তৰ নমিতাৰ লগত আৰু বহু কথাই পাতিবলৈ মন গৈছিল।

সুশান্তই বহু কথাই পাতিছিল নমিতাৰ লগত। অঙ্ক ভালপোৱা সুশান্তই লাহে লাহে ইংৰাজী সাহিত্যবো সোৱাদ পোৱা হৈছিল। কবিতা বুলিলেই পাগলৰ প্ৰলাপ, কবি বুলিলেই পাগল বুলি ভবা সুশান্তই কবিতাৰ মাজত নিজকে বিচাৰি পোৱা হৈছিল। আৰু নমিতাই? একে একে দুই হয় বুলি সাধাৰণ অঙ্কো ভয় কৰা নমিতাই নিউটন, আইনষ্টাইনৰ সূত্ৰবোৰ শুনি শুনি আমনি নোপোৱা হৈছিল। ঘৰলৈ খুউব মনত পৰা সুশান্তৰ দীঘলীয়া বন্ধতো ঘৰলৈ যাবলৈ মন নগৈছিল। দিন যোৱাৰ লগে লগে দুপৰীয়া জিৰণিৰ সময়খিনিয়ে সিহঁতৰ কাৰণে কথা পাতিবলৈ নোজোৱা হৈছিল। প্ৰিভিয়াছৰ বছৰটো তেনেকৈয়ে গৈছিল। মেধাবী সুশান্ত আৰু নমিতাই ভাল ৰিজাল্ট কৰিছিল। বিশ্ববিদ্যালয়ৰ জীৱন চমু চাপি অহাৰ লগে লগে দুয়োৰো মনলৈ বহু চিন্তা আহি পৰিছিল।

ইমান দিনৰ সান্নিধ্যত সিহঁতে ইজনে সিজনক ভালদৰে বুজি উঠিছে। ভৱিষ্যত জীৱনলৈও বৰ আকুলতাৰে ইজনে সিজনক ওচৰত বিচাৰিলে। পৰীক্ষাৰ পিচতে এদিন সিহঁতে ভুৱনেশ্বৰী মন্দিৰৰ ওচৰৰ গছজোপাৰ নিৰ্জন ছাঁত বহি ভৱিষ্যতৰ কথাবোৰকে পাতিছিল। অকল এম. এছ. চিটো পাছ কৰাই সুশান্তৰ জীৱনৰ শেষ লক্ষ্য নহয়। বিজ্ঞানৰ ছাত্ৰ হিচাপে কিবা এটা নতুন তথ্য আৱিষ্কাৰ কৰিবলৈ তাৰ মনটো সদায় ব্যগ্ৰ হৈ থাকে। তাৰ সেই হেঁপাহত অৰিহনা যোগাইছে সিহঁতৰে অধ্যাপক শ্ৰীবাস্তৱে। অধ্যাপক শ্ৰীবাস্তৱ এজন নামজলা



বিজ্ঞানী। তেওঁ মহাকাশ সম্বন্ধীয় বহু গৱেষণা চলাই আহিছে। তেওঁৰ গৱেষণাত আৰু কেইজনমান নিষ্ঠাবান গৱেষকৰ দৰকাৰ। অধ্যাপক শ্ৰীবাস্তৱে এজন তীক্ষ্ণবুদ্ধিসম্পন্ন ছাত্ৰ হিচাপে সুশান্তক বৰ মৰম কৰি আহিছে। তেৱেঁই তাক উৎসাহ যোগাইছে তেওঁৰ গৱেষণাত ভাগ লবলৈ। সুশান্তৰ দৰে মেধাবী গৱেষকৰ সহযোগত অধ্যাপক শ্ৰীবাস্তৱে মহাকাশ সম্পৰ্কীয় এনে এটা তথ্য আৱিষ্কাৰ কৰাৰ সপোন দেখিছে যিটোত সফলতা লাভ কৰিব পাৰিলে আমাৰ দেশ মহাকাশ গৱেষণাত এখোপ উঠিব পাৰিব—অধ্যাপক শ্ৰীবাস্তৱৰ ওপৰত সুশান্তৰ গভীৰ শ্ৰদ্ধা আৰু আস্থা আছে। সেয়ে সি নমিতাক কলে, পাছ কৰিয়েই সি অধ্যাপক শ্ৰীবাস্তৱৰ লগত গৱেষণাত লাগিব। গৱেষণাত কৃতকাৰ্য্য হৈ নিজক প্ৰতিষ্ঠা কৰি নমিতাক তাৰ ওচৰলৈ আদৰি আনিব। সুশান্তৰ সপোনবোৰত নমিতাই গৌৰৱ অনুভৱ কৰিলে। সুশান্ত এজন নামজলা বিজ্ঞানী হৈ উঠিব পাৰিলে তাইৰ যে কিমান গৌৰৱ বাঢ়ি যাব! সুশান্তক তাই উৎসাহ যোগালে।

সময়ত সুশান্ত আৰু নমিতা দুয়ো ভালদৰে পাছ কৰিছিল। সুশান্তই লগে লগে অধ্যাপক শ্ৰীবাস্তৱৰ লগ লাগি গৱেষণাৰ কাম আৰম্ভ কৰি দিছিল। নমিতাই কোনো কাম নোহোৱাকৈ তাইৰ গুৱাহাটীৰ ঘৰতে কিছুদিন বহিছিল। এনেকৈ কোনো কাম নোহোৱাকৈ বহি থাকি লাহে-লাহে তাইৰ আমনি লাগি আহিছিল। কেইমাহমান পিচতে কিন্তু যোৰহাটৰ এখন ছোৱালী কলেজত ইংৰাজীৰ শিক্ষয়িত্ৰী হিচাপে তাই নিযুক্তি-পত্ৰ পাইছিল। তাই চাকৰিত যোগ দিছিলগৈ।

দিনে দিনে সুশান্ত গৱেষণাৰ বিষয়-বস্তুৰ মাজত সোমাই পৰিছিল। নমিতা যোৰহাটলৈ গুচি হোৱাৰ পিচত বহুদিনলৈ তাৰ বেয়া লাগিছিল। নমিতাই যোৰহাটত চাকৰিত জইন কৰিয়েই তালৈ চিঠি দিছিল আঁতৰি থাকিবলগীয়া হোৱা বেদনাবোৰেৰে বোলাই। সুশান্তই আশ্বাস দিছিল কোনো চিন্তা নকৰিবলৈ। মাজে-সময়ে যোৰহাটলৈ গৈ তাইক লগ ধৰাৰ প্ৰতিশ্ৰুতি দিছিল। কিন্তু লাহে লাহে গৱেষণাৰ মোহত সুশান্ত বৰ বেয়াকৈ বান্ধ খাই গৈছিল। খোৱা-শোৱা প্ৰতিমুহূৰ্ততে সি অপেক্ষা কৰি বৈছিল সেইটো মুহূৰ্তলৈ যিটো মুহূৰ্তত সি আৰ্কিমিডিচৰ দৰে—'ইউৰেকা'—পাইছোঁ পাইছোঁ বুলি চিঞৰি উঠিব পাৰিব। মাজে-মাজে নমিতালৈ তাৰ মনত পৰিছিল যদিও টেবুলৰ ওপৰত থকা যন্ত্ৰকেইটাৰ লগতহে সি যেন নতুনকৈ প্ৰেমত পৰিছিল। নমিতাৰ চিঠি এখন-দুখনকৈ আহি তাৰ টেবুলৰ ওপৰত জমা হৈছিল। উত্তৰ দিওঁ-দিওঁ বুলি কলম তুলি লৈয়ো সি চিঠি লিখাৰ সলনি যন্ত্ৰবোৰৰ ৰিডিং লোৱাতহে পুনৰ ব্যস্ত হৈ পৰিছিল।

সুশান্তৰপৰা এখন দুখনকৈ কেইবাখনো চিঠিৰ উত্তৰ নাপাই নমিতা অভিমানত ওকন্দি উঠিছিল। সুশান্তলৈ আৰু চিঠি নিদিওঁ বুলি তাই শপত খাইছিল। তথাপি তাই সুশান্তক পাহৰিব পৰা নাছিল।

এবাৰ বৰদিনৰ বন্ধত ঘৰলৈ আহোঁতে নমিতা নিজেই আহি সুশান্তৰ গৱেষণাগাৰত সোমাইছিল। তেতিয়া সুশান্তই সৰু ল'ৰাৰ দৰে নিবিষ্ট মনে কিছুমান অদ্ভুত ধৰণৰ যন্ত্ৰৰ লগত খেলা কৰি আছিল। নমিতাৰ উপস্থিতি বহু সময়লৈ সি গম পোৱা নাছিল। নমিতাক দেখিয়েই সি যেন উচপ খাই উঠিছিল। নমিতাই তাক বাহিৰলৈ মাতি আনি আগৰ দৰে কেন্টিনত বহি লৈছিল। সেইদিনা নমিতাই সুশান্তক বহু কথাই কম বুলি ভাবি আহিছিল। নমিতাতো এতিয়া আৰু সৰু ছোৱালী হৈ থকা নাই। গাভৰু বুলিব পৰা বয়সো নমিতাৰ নাই বুলিয়েই কব পাৰি। তথাপি নমিতাৰ নিজা আপ্‌চোচ একো নাই। দৰকাৰ হলে আৰু পাঁচ বছৰলৈ তাই সুশান্তৰ কাৰণে বাট চাব। কিন্তু ঘৰত মাক-দেউতাকৰ কাৰণেই তাইৰ উপায় নোহোৱা হৈছে। জীয়েক যিমানেই উচ্চ শিক্ষিতা নহওক, মাক-বাপেকে জীয়েকৰ বিয়া-বাৰুও তেওঁলোকৰ দায়িত্ব বুলি ধৰি লৈ—দায়িত্ব শেষ নকৰাকৈ শান্তি নেপায়। ইমানদিনে নমিতাই নিজেই মাক-দেউতাকৰপৰা এই কথাটো এৰাই চলি আহিছে। কিন্তু তাই আৰু কিমান দিন এৰাই চলিব! এইবাৰ তাই সুশান্তক কব বিয়াখন কোনোৰকমে শেষ কৰি থৈ নিজৰ কামত লাগি থাকিবলৈ। তেতিয়া অন্ততঃ সামাজিক দিশৰ পৰা তাই বহুতো সকাহ পাব। সুশান্তৰ গৱেষণাৰ প্ৰতি তাইৰ যথেষ্ট শ্ৰদ্ধা আছে। তাই তাৰ গৱেষণাত অকণো বাধা নোহোৱাকৈ নিজেই সকলো দায়িত্ব গ্ৰহণ কৰিব।

কিন্তু কেন্টিনত সুশান্তৰ ওচৰত বহি নমিতাৰ মনটো নিৰাশ হৈ গৈছিল। নমিতাক দেখাৰ লগে লগে সি আচৰিত হৈ গৈছিল যদিও সি যেন লাহে লাহে নিস্পৃহ হৈ গৈছিল। তাৰ মনটোৱে যেন তেতিয়াও এখন কল্পনা ৰাজ্যত বিচৰণ কৰি ফুৰিছিল। নমিতাৰ প্ৰশ্নত সি মাজে মাজে সপোন দেখা মানুহৰ দৰে চমকি উঠিছিল। নিস্পৃহ আৰু উদাস অভিব্যক্তিৰে সুশান্তই তাইক ইচ্ছা কৰিয়েই অৱহেলা কৰা যেন লাগিছিল। সুশান্ত বাৰু কিয় এনে হ'ল? নমিতাৰ ইচ্ছা হৈছিল সুশান্তক মনৰ সকলোখিনি ক্ষোভ ঢালি সুধিব—তাই তাৰ ওচৰত কি দোষ কৰিছে যে সি তাইক এনেদৰে অৱহেলা কৰি আঁতৰলৈ পঠিয়াই দিব? তাইতো ইমানদিনে সুশান্তকে ভালপাই আহিছে। প্ৰচণ্ড অভিমানে নমিতাৰ



বুকুখন খুন্দা মাৰি ধৰিছিল। চকু দুটা তাইৰ সেমেকি উঠিব খুজিছিল। এক প্ৰচণ্ড ক্ষোভেৰে তাই সেইদিনা সুশান্তৰ ওচৰৰপৰা আঁতৰি আহিছিল।

বৰদিনৰ বন্ধ খোলাৰ লগে লগে যোৰহাট পাই নমিতাই লগৰ শিক্ষয়িত্ৰী মীনাক্ষী শইকীয়াৰপৰা গম পাইছিল যে বন্ধৰ ভিতৰতে দীপক বৰুৱা নামৰ মানুহ এজনে তাইক বিচাৰি আহিছিল। দীপক বৰুৱা নামটো তাইৰ চিনাকি চিনাকি লাগিছিল যদিও বহুদিন নমিতাই পাহৰি আছিল। সেইয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৰ্থনীতি বিভাগত নাম লগাই কিছুদিন ক্লাছ কৰাৰ পিচতে বোম্বাইলৈ বিজনেছ্ মেনেজমেণ্ট পঢ়িবলৈ যোৱা, তজবজীয়া, ওখ-পাখ, ধুনীয়া ল'ৰা দীপক বৰুৱা। নমিতাৰ মনত পৰি গৈছিল। লগে লগে নমিতাৰ অন্তৰত মৃদু কঁপনি এটা পাৰ হৈ গৈছিল। দীপকক লগ পোৱা হলে ভাল আছিল।

কলেজ খোলাৰ কেইদিনমানৰ পিচতেই আকৌ দীপক আহিছিল। যোৰহাটৰ প্লাইউড ফেক্টৰী এটাৰ মেনেজাৰ দীপক বৰুৱাই কোম্পানীৰ জীপখন নিজে ড্ৰাইভ কৰি লৈ নমিতা আৰু লগৰ অধ্যাপিকা কেইজনীমানে মেচ কৰি থকা কোৱাৰ্টাৰটো পাইছিলহি। দীপকক প্ৰথমতে নমিতাই চিনিবই পৰা নাছিল। দীপক আগতকৈও বেছি ধুনীয়া হৈছিল। গাল পকা আপেলৰ দৰে তেজে ফুটো ফুটো। সিদিনা দীপকৰ লগত নমিতাই বহু সময় কথা পাতিছিল। বহুদিনৰ মূৰত যেন সিদিনাহে তাই বহু কথা কব পাৰিছিল। দীপকক বিদায় দি তাই বাৰে বাৰে শিয়ঁৰি উঠিছিল। তাইৰ বুকুখন দুৰু দুৰু কঁপিছিল। তথাপি তাই আশা কৰিছিল দীপক তাইৰ ওচৰলৈ আকৌ এবাৰ আহক।

নমিতা বেছিদিন ৰ'ব লগা হোৱা নাছিল। দুদিনমান পিচতেই আবেলি সময়ত দীপক আহি ওলাইছিল। আহিয়েই সি নমিতাক কৈছিল, "অধ্যাপিকা হৈ সাহিত্যৰ মাজত আৰু কিমান ডুবি থাকিবা? ব'লা ওচৰৰে উখেল উদ্যৰ পৰা পাক এটা মাৰি আহিম। তাত মোৰ এজন ভাল বন্ধু আছে—বাগানৰ ইঞ্জিনীয়াৰ। ইঞ্জিনীয়াৰ হলেও কথা পাতি খুউব ভাল পাবা। সিও ছেক্সপীয়াৰ, শ্বেলী আদিৰ কথা খুউব কৈ থাকে।"

কলেজৰ পৰিবেশ নমিতাৰ আজিকালি ভাল নলগা হৈ আহিছিল। অবিবাহিতা অধ্যাপিকাক লৈ লেক্‌চাৰাৰ কমন ৰুমৰপৰা আৰম্ভ কৰি ষ্টুডেণ্টছ কেন্টিন টেবুললৈকে কত যে আলোচনা। তাৰে দুই-এটা টুকুৰা নমিতাৰো কাণত আহি পৰিছিল। তাইৰ অসহ্য লাগি গৈছিল। তাই অলপ মুকলি বতাহৰ প্ৰয়োজন অনুভৱ কৰিছিল। দীপকৰ প্ৰস্তাৱত তাই আপত্তি কৰা নাছিল।

উথেল উড চাহ বাগিছাৰ ঠেক ঠেক ৰাস্তাবোৰৰ মাজেৰে দীপকৰ জীপখনে জোকাৰি যোৱাৰ লগে লগে নমিতাৰ মনটোও জোকাৰণি খাই উঠিছিল মাজে মাজে। তাই ভাবিছিল এনেকৈ দীপকৰ লগত ওলাই অহাটো তাইৰ জানো উচিত হৈছে? সেইবিলাক ভাবৰ সুৰুঙাৰে সুশান্তৰ মুখখন তাইৰ মনত মাজে মাজে ভুমুকি মাৰি গৈছিল। কি যে হৈ গ'ল সুশান্তটো! তাইকনো এবাৰো মনত পেলাব নালাগেনে! আচলতে সুশান্তই তাইক ইচ্ছা কৰিয়েই পাহৰি থাকিব বিচাৰিছে নেকি!

উথেল উডৰপৰা ঘূৰি আহোঁতে নমিতাহঁতৰ ৰাতি আঠ বাজি গৈছিল। ইঞ্জিনীয়াৰ অলকেশ মজুমদাৰৰ বঙলাৰ পৰ্টিকত বহি তিনিওজনে কথা পাতি থাকোঁতে সময় কেনেকৈ পাৰ হৈছিল কোনেও গম পোৱা নাছিল। অলকেশ মজুমদাৰে বৰ আগ্ৰহেৰে কথা পাতিছিল নমিতাৰ লগত। বাগানত থাকিলেও বাহিৰৰ খা-খবৰবোৰ মানুহজনে সকলো ৰাখিছিল। বাগানৰ কলঘৰৰ প্ৰকাণ্ড প্ৰকাণ্ড মেচিনবোৰৰ মাজত অলকেশৰ মানৱসুলভ গুণবোৰ যে চেপেটা হৈ যোৱা নাই তাৰ কাৰণে মানুহজনলৈ নমিতাৰ শ্ৰদ্ধা উপজিছিল। সেউজীয়া চাহগছৰ মাজৰ ঠেক বাটটোৰে জীপত বহি আহোঁতে নমিতাই এই কথাবোৰ ভাবি আহিছিল। তাইৰ কান্ধত এখন সুঠাম হাতৰ পৰশে নমিতাৰ তন্দ্ৰা ভাঙি দিছিল। দীপকে তাইৰ কান্ধত হাতখন থৈ কৈ উঠিছিল—"কি ভাবি আহিছা নমিতা?" নমিতাই একো মতা নাছিল। দীপকৰ হাতখন তাই এৰুৱাই দিব খুজিও নোৱাৰিলে।

সেইদিনা ৰাতি নমিতাই শুব পৰা নাছিল। তাই সেইদিনা স্পষ্টভাৱে বুজিছিল যে দীপকে তাইক তাৰ ওচৰত বিচাৰিছে। তাই জানিছিল দীপক এজন উপযুক্ত ডেকা। কিন্তু সুশান্ত? সুশান্তৰ মৌনতাই তাইক দোমোজাত পেলাইছিল। গোটেই ৰাতি ভাবি ভাবি তাই পুনৰ সুশান্তলৈ লিখিছিল শেষ উত্তৰ বিচাৰি।

সুশান্ত সেই সময়ত আৰু বেছি ব্যস্ত হৈ পৰিছিল। মাত্ৰ এটা পৰীক্ষা শেষ কৰিব পাৰিলেই অধ্যাপক শ্ৰীবাস্তৱৰ ইমানদিনৰ সপোন বাস্তৱত ৰূপায়িত হোৱাৰ বাট মুকলি হ'ব। গৱেষণাৰ টেবুলতে সি চিঠিখন পাই পঢ়িছিল। বিজয়ৰ আশাত তাৰ মনটো আনন্দৰ ৰেঙনিৰে ভৰপূৰ হৈ আছিল। সি ভাবিছিল এই পাগলী নমিতাজনীয়ে একোকে বুজিব নোখোজে। নমিতা সঁচাকৈয়ে বৰ ভাল। ইমানদিনে তাইৰ চিঠিৰ উত্তৰ নিদি সি নিজকে অপৰাধী যেন অনুভৱ কৰিছিল। ইমানদিন তাইক দুখ দিয়া কাৰণে সি নিজেই গৈ নমিতাৰ ওচৰত ক্ষমা খুজি



আহিব বুলি ভাবিছিল। সি আশা কৰিছিল আগৰ দৰেই নমিতাক সাৱটি ধৰি চুমাৰে ওপচাই দিলে তাই তাৰ সকলো দোষ পাহৰি পেলাব। সিহঁত গৱেষণাৰ শেষ পৰ্যায়ত উপনীত হৈছে যেতিয়া নমিতাই আৰু বেছিদিন তাৰ কাৰণে অপেক্ষা কৰিব নালাগিব।

সুশান্তই ভবামতে হোৱা নাছিল। অধ্যাপক শ্ৰীবাস্তৱে শেষ পৰীক্ষাটিৰ প্ৰস্তুতিখিনি যিমান পাৰি সোনকালেই শেষ কৰিবলৈ তাক নিৰ্দেশ দিছিল। সুশান্তই অধ্যাপক শ্ৰীবাস্তৱৰ নিৰ্দেশ আওকাণ কৰিব নোৱাৰিছিল। ফলত প্ৰস্তুতিখিনি শেষ কৰি দুমাহমান পিচতহে সি যোৰহাট পাইছিলগৈ।

যোৰহাটলৈ যাওঁতে বাটে বাটে সুশান্তই বহু কথাই পাঙি গৈছিল। নমিতাৰ কথাবোৰ ইমানদিনে গুৰুত্ব সহকাৰে চিন্তা কৰি নোচোৱাৰ বাবে তাৰ নিজৰ ওপৰতে খং উঠি গৈছিল। বেচেৰীয়ে যে তাৰ কাৰণে কিমান কষ্ট খাই আছিছে। নমিতালৈ কৃতজ্ঞতাত তাৰ অন্তৰখন ভৰি উঠিছিল। সি আৰু ভাবিছিল, মাত্ৰ ছটা মাহ আৰু অপেক্ষা কৰিবলৈ সি তাইক ক'ব। তাৰ কথা শুনি নমিতাই যে কিমান আনন্দ পাব।

যোৰহাট পায়েই সি নমিতা থকা কোৱাৰ্টাৰটো বিচাৰি উলিয়াইছিল। অধ্যাপিকা মীনাক্ষী শইকীয়া ওলাই আহি কৈছিল নমিতা—নাই। দীপক বৰুৱাৰ লগত ফুৰিবলৈ ওলাই গৈছে। সুশান্তই নিজৰ পৰিচয়টো দি পিচত পুনৰ আহিম বুলি কৈ গেটটো পাইছিলহি। হঠাতে গাড়ী এখনৰ হেডলাইটে তাক ধুৱাই পেলাইছিল তীব্ৰ পোহৰ এজাকেৰে। গাড়ীখন ৰৈ গৈছিল। গাড়ীৰপৰা নামি আহিছিল নমিতা। গাড়ীৰ ষ্টাৰ্ট বন্ধ কৰি দি দীপক বৰুৱা থিয় দিছিল নমিতাৰ ওচৰতে। বহু আশা, বহু সপোন কঢ়িয়াই ঢাপলি মেলি অহা সুশান্তৰ মনটো অজানিতে সঙ্কুচিত হৈ পৰিছিল। সি মুখেৰে একো মাতিব পৰা নাছিল। এক নিৰুত্তাপ, নিৰুদ্বেগ কণ্ঠেৰে নমিতাই তাক সুধিছিল সি কেতিয়া সেই-খিনি আহি পাইছে। সুশান্তই উত্তৰটো ভালদৰে শেষ কৰাৰ আগতেই নমিতাই লৰলৰিকৈ দীপকক তাৰ লগত চিনাকি কৰি দিছিল। সুশান্তই ভাবিবই পৰা নাছিল প্ৰায় পাঁচ বছৰ আগতে কিছুদিনৰ কাৰণে চিনাকি দীপক বৰুৱা তাৰ সমুখতে থিয় হৈ আছে। দীপকে সুশান্তৰ খা-খবৰ কিছু লৈ পিচদিনা তাৰ বঙলালৈ নিমন্ত্ৰণ জনাই গুচি গৈছিল। দীপক যোৱাৰ পিচত সুশান্ত আৰু নমিতা তাতেই কিছু সময় নীৰৱে থিয় হৈ আছিল। কিন্তু সুশান্তই আশা কৰা মতে তাক দেখাৰ লগে লগে আনন্দতে নমিতাই জপিয়াই উঠা নাছিল। বহু

আকাংক্ষিত বস্তু পাই যোৱাৰ দৰে তাইৰ চকুত সি যি চিকমিকনি আশা কৰি আহিছিল সেয়াও সি দেখা নাছিল; বৰং তাইৰ মুখমণ্ডলত ফুটি উঠিছিল কঠোৰ হবলৈ কৰা এটা প্ৰয়াস। সুশান্তই কম বুলি অহা কথাবোৰ নমিতাৰ মুখমণ্ডলত ফুটি উঠা ভাবাবোৰে মনতে হেঁচি থৈ দিছিল। সি যিমান পাৰি সোনকালে তাবপৰা গুচি আহিছিল।

হোটেল এখনৰ কোঠা এটাত ৰাতি শুই শুই সুশান্তই কথাবোৰ গুৰিৰেপৰা মনতে পাগুলি চাইছিল। দোষ তাৰ নিজৰে আছিল। সি বোধহয় বহুতো পলম কৰি পেলাইছিল। তাৰ মনত পৰিছিল দুমাহমান আগতে নমিতাই দিয়া চিঠিখনৰ কথাবোৰ। তাত তাই লিখিছিল সিহঁতৰ ঘৰত কোনোবা এজন ডেকাই বিয়াৰ কাৰণে জোৰ দি ধৰিছে। সুশান্তই তাৰ খাটাং উত্তৰটো সোনকালেই জনাব লাগে। তেনেহলে সেই ডেকাজনেই দীপক বৰুৱা নেকি? নমিতাই বোধহয় দীপকক কথা দিলেই। সি নিজৰ অৱস্থাটো এবাৰ চাই লৈছিল। সি এতিয়াও অনিশ্চিত পথৰ যাত্ৰী। নিজৰ ভৱিষ্যত একো সুদৃঢ় নহয়। সি আশা কৰামতেই আৰু ছমাহৰ পিচতো যদি সিহঁতে গৱেষণাত সফলতা লাভ কৰে, তাৰ পিচত চাকৰি-বাকৰি সম্পৰ্কে বহু কথাই ভাবিলগীয়া আছে। তাৰ কাৰণে ইমানদিনে আশা দি দি নমিতাৰ ব্যক্তিগত আশা-আকাঙ্ক্ষা, কামনা-বাসনাবোৰ হত্যা কৰাৰ কি অধিকাৰ তাৰ আছে? এবা নমিতা সুখী হওক—সি তাকেই কামনা কৰা উচিত।

তথাপি সুশান্তই কথাবোৰৰ নিশ্চয়তা পোৱা নাছিল। পিচদিনা ৰাতিপুৱা সি দীপক বৰুৱাৰ বঙলা ওলাইছিলগৈ। হাঁহি হাঁহি দীপকে তাক ভিতৰলৈ লৈ গৈছিল। বহুসময় কথা-বতৰা হোৱাৰ পিচত দীপকে তাক কৈছিল—"সুশান্ত, মই তোমাক যোৱা কালিয়েই কথা এটা কম বুলি ভাবিছিলোঁ। বৰলা ভাত কিমাম দিম থাম? বিয়াখনকে পাতিব খুজিছোঁ। নমিতা বৰাকতো ইউনিভাৰ্চিটিত তুমি প্ৰায় দুবছৰে লগ পাইছিলা। আমাৰ বিয়াখন অহা মাহতে পাতিব খুজিছোঁ। বিয়ালৈ মাতিম, তুমি নিশ্চয় আহিব লাগিব।"

সুশান্তৰ ডিঙি তো শুকাই গৈছিলেই বুকুখনতো কিবা এটাই হেঁচি ধৰা যেন লাগিছিল। তথাপি যিমান পাৰি নিজকে লুকুৱাবলৈ সি উচ্চস্বৰে কৈ উঠিছিল, "খুউব ভাল কথা দীপক। তোমালোক সুখী হোৱা, তোমালোক সুখী হবাই। কংগ্ৰেচুলেচন দীপক।"

সুশান্তই যিমান পাৰি স্বাভাৱিক হৈ থাকিবৰ চেষ্টা কৰিছিল। কিন্তু তুষ জুইৰ



দৰে তাৰ অন্তৰখন যেন এফালৰপৰা পুৰি আহিছিল। গৱেষণাৰ মাজত আকৌ নিজকে আৱদ্ধ কৰি ৰাখিব বিচাৰিছিল। এদিন শ্ৰীবাস্তৱৰ সপোন বাস্তৱত ৰূপায়িত হৈছিল। দেশ-বিদেশৰ বাতৰি কাকতবোৰত সিহঁতৰ চমকপ্ৰদ গৱেষণাৰ সফলতাৰ খবৰ প্ৰচাৰ হৈছিল। লাহে লাহে গৱেষণাৰ কৃতকাৰ্য্যতাৰ উৎফুল্লতাই ব্যক্তিগত জীৱনৰ বেদনাবোৰ উটুৱাই নিছিল। কিছুদিন পিচত নতুন দিল্লীৰ গৱেষণাগাৰ এটাত সুশান্তই ভাল চাকৰি এটা পাইছিল। সেই গৱেষণাগাৰতে সুশান্তই নতুন নতুন কেইবাটাও তথ্য উদ্‌ঘাটন কৰিছিল। সুশান্ত চলিহা বিজ্ঞানী সুশান্ত চলিহা হৈ জনাজাত হৈ পৰিছিল।

মাজতে বন্ধু-বান্ধৱ আৰু ঘৰৰ মানুহবিলাকে সুশান্তৰ বিয়া পাতিবলৈ উঠি-পৰি লাগিছিল। কিন্তু সুশান্তই বিয়াৰ কোনো প্ৰয়োজনেই দেখা নাছিল। বন্ধু-বান্ধৱে সুশান্তক জোৰ কৰিও লাভ নোহোৱাত তেওঁলোকে শেষত এৰি দিছিল।

তাৰ পিচতে আহি পৰিছিল সেই আকাঙ্ক্ষিত আমন্ত্ৰণ। আমেৰিকাৰ মহাকাশ অভিযানত ভাৰতৰপৰাও বিজ্ঞানীৰ সহযোগ বিচৰা হৈছিল। অইন দুজন বিজ্ঞানীৰ লগতে সুখ্যাত বিজ্ঞানী সুশান্ত চলিহাকো মহাকাশ সংস্থাই আমন্ত্ৰণ জনাইছিল সহযোগৰ বাবে।

"হেল্লো"...বয়িঙৰ ভিতৰত এয়াৰ হোষ্টেজৰ লাৱনী মাতটোত সুশান্তৰ তন্দ্ৰা ভাগি গ'ল। খিৰিকীৰে সে দেখিলে সন্ধিয়াৰ পাতল অন্ধকাৰত তলৰ কলিকতা মহানগৰীখন উজলি উঠিছে।

# যাত্ৰা

স্নেহে দৰজে ঠংচি

দেওবাৰৰ দিনটো ঘৰত কটোৱাৰ পাচত সোমবাৰে পুনৰ কামলৈ যাবলৈ বৰ এলাহ লাগে। ছুটীৰ দিনটো দীঘল হলে সেই এলাহ আৰু বেছি হয়। ছমাহ ঘৰত ছুটীত কটোৱাৰ পাচত পুনৰ কামত যোগ দিবৰ বাবে যাবলৈ ওলাই মোৰো ঠিক তেনে এটা এলাহ লাগিছিল। তাতে নব-বিবাহিতা পত্নীক এৰি সুদূৰ চাকৰি কৰা ঠাইলৈ অকলশৰে যাব লাগিব। গতিকে মোৰ যোৱাৰ অনিচ্ছা স্বাভাৱিকতে বেছি হৈছিল।

তথাপিও যাবলৈ ওলালোঁ। বস্ত্ৰ-বস্তু বুলিবলৈ বৰ বিশেষ একো নাছিল। পাহাৰীয়া ঠাই, এতিয়াও গাড়ীৰ বাট হোৱা নাই, ভবিষ্যতলৈও যে হব তেনে আশা কৰিব নোৱাৰি। গতিকে ছুটীত অহাৰ সময়ত ট্ৰাংক এটাৰ বাহিৰে লগত একো অনা নাছিলোঁ। ঘৰলৈ আহিলে নিজৰ বিছনা-পত্ৰ অনাৰ প্ৰয়োজন নাই, তাতে আকৌ এইবাৰ ঘৰলৈ অহাৰ উদ্দেশ্য আছিল মোৰ বিয়াখন। গতিকে মা-দেউতাহঁতে আমাৰ জনজাতিৰ মাজত প্ৰচলিত প্ৰথা অনুযায়ী মোৰ বাবে নতুন বিছনা-পত্ৰৰ যোগাৰ কৰিছিল। যথা সময়ত মোৰ বিয়া হৈ গ'ল। বিয়াৰ পাচত এমাহ দুমাহকৈ পাঁচ মাহ চকুৰ পচাৰতে পাৰ হৈ গ'ল। মুঠতে মোৰ ছমাহৰ ছুটী শেষ হ'ল। প্ৰথমতে মই ভাবিছিলোঁ আনপেইড লিভ্ লৈ আৰু কিছুদিন ঘৰত থাকোঁ, কিন্তু তেনে কৰিবলৈ মোৰ মন নগ'ল। এখন নতুন সংসাৰ মই পাতিছোঁ। মা-দেউতাৰ দায়িত্ব, ঘৰখনৰ দায়িত্ব আদিৰ লগতে মোৰ দায়িত্ব আৰু বাঢ়িছে। বিয়াখনত বহুত টকা ধাৰো লাগিছে। গতিকে কামত যোগ দিবলৈ যাব লগা হ'ল। অহাৰ সময়ত ট্ৰাঙ্কটো মই এজন নেপালী কুলীৰ হতুৱাই লৈ আনিছিলোঁ। মস্কিল হ'ল উভতিবৰ সময়ত। অন্য সময়ত হোৱা হলে গাঁৱৰ মানুহেই ট্ৰাংকটো কঢ়িয়াই নিব পাৰিলেহেঁতেন। কিন্তু খেতি-বাতিৰ সময়



বাবেই সকলো মানুহ নিজ নিজ পথাৰত ব্যস্ত। কাৰো এখন্তেক বহিবৰ আজৰি নাই। অন্যহাতে আধুনিক শিক্ষাই মোক ইতিমধ্যে অকামিলা কৰি পেলাইছে, শ্ৰমবিমুখ কৰি পেলাইছে, নহলে মোৰ দৰে ডেকা মানুহৰ বাবে এই বিশ ত্ৰিশ কেজি ওজনৰ ট্ৰাংকটো অনায়াসে পিঠিত কঢ়িয়াই এদিনৰ বাট খোজ কাঢ়ি যোৱাটো কোনো ডাঙৰ কথা নাছিল। তাতে মোৰ দৰে এজন চৰকাৰী উচ্চ বিষয়াই পিঠিত বোজা লোৱাটো সন্মান হানি হোৱা কথা। মা আৰু দেউতাই দুই-তিনিদিন অ'ত ত'ত দৌৰাদৌৰি কৰিলে, গাঁৱৰ সকলো মানুহৰ ঘৰে ঘৰে গৈ মানুহ বিচাৰিলে, কিন্তু মোৰ বোজা কঢ়িয়াই নিবলৈ কোনো মানুহ ওলাই নাহিল।

অৱশেষত দেউতাই ক'লে, "একো চিন্তা নাই দে, মই নিজে তোক ডিৱাঙত থৈ আহিম।"

কথাটো শুনি মই আপত্তি কৰিছিলোঁ। কাৰণ দেউতাই মোৰ ট্ৰাঙ্কটো কঢ়িয়াই নিব সেইটো কেনে কথা হ'ব? লোকেই বা মোক কি বুলি ভাবিব? কি কব? কিন্তু দেউতাৰ আগত মোৰ আপত্তি নৰজিল। অৱশেষত দেউতাই মোৰ বোজা কঢ়িয়াই নিয়াটোৱে ঠিক হ'ল।

যোৱাৰ দিনাখন আমাৰ ঘৰত মানুহ গোট খালে। সকলোবোৰ মোক বিদায় সম্ভাষণ জনাবলৈ অহা মানুহ। ইফালে পলম কৰিলে ডিৱাঙত গৈ বাছখন হেৰুৱাব লাগিব। দেউতাই পুৱাই ভাত-পানী খাই ট্ৰাঙ্কটো পিঠিত লৈ ওলাই গ'ল। সকলোৰেপৰা বিদায় লৈ ঘৰৰপৰা যেতিয়া ওলাওঁ তেতিয়া মোৰ হাতৰ ঘড়ীত দহ বাজি বিশ মিনিট পাৰ হৈ গৈছে। দেউতা হয়তো ইমান সময়ে বহুদূৰ আগবাঢ়ি গৈছে। গতিকে মই বেগাই খোজ ললোঁ। অৱশ্যে বেছি দূৰ যাব লগা নহ'ল। গাঁৱৰপৰা তিনি-চাৰি মাইলমান গৈয়েই দেউতাক লগ পালোঁ। দেউতাই তাত মোৰ কাৰণে বাট চাই আছিল! মই গৈ পোৱাত দেউতাই ক'লে, "বহুত দেৰি কৰিলি! এতিয়া আগবাঢ়িবি নে অলপ জিৰাই লবি?"

বেগাই খোজ কাঢ়িব লগা হোৱাত মোৰ ভাগৰ লাগিছিল। তাতে গাঁৱৰ পৰা এইখিনিলৈকে পাহাৰ বগাই আহিছোঁ। কান্ধত মোৰ টিফিন আৰু মদৰ চুঙাৰে মোনা এখন। বিদায় সম্ভাষণ জনাবলৈ অহা মানুহে অনা মদ খাই দেহাটো গধুৰ আৰু হাত-ভৰিবোৰ অৱশ হৈ পৰিছিল। গতিকে কথা কোৱাৰ আগতে এডোখৰ শিলৰ ওপৰত মই বহি পৰিলোঁ। দেউতাই মোৰ অৱস্থা দেখি হাঁহিলে।

"এইখিনি বাটতে ভাগৰ লাগিল নে? বহি অলপ জিৰাই ল। সোনকালে নগলে তোৰ গাড়ী ওচি যাব।"

দেউতা কিছুপৰ মনে মনে থাকিল। তাৰ পাচত বেলিৰ ফাললৈ চাই কিবা ভাবিলে, তাৰপৰা দেউতাৰ দৃষ্টি ক্ৰমান্বয়ে পিচলি আহি মোৰ মোনাটোত পৰিল। সোঁহাতৰ তলুৱাৰে শুকান ওঁঠ দুখন এবাৰ মচি লৈ ক'লে, "বৰ পিয়াহ লাগিছে অ'!"

মই মদৰ চুঙাটো দেউতাক আগবঢ়াই দিলোঁ। দেউতাই চুঙাটোৰপৰা এমগ মদ বাকি লৈ চুঙাটো মোৰ ফালে আগবঢ়াই দিলে। তাৰ পাচত কট্ কট্ শব্দ কৰি একেবাৰতে পি শেষ কৰি মগটো মোক ওভতাই দিলে। বোজাটোৰ মূৰত লোৱা ফিটাডাল ঠিক্-ঠাক কৰি ললে আৰু পিঠিত তুলি লৈ খোজ পেলালে। দেউতাৰ পাচে পাচে ময়ো খোজ ললোঁ। আমাৰ যাত্ৰা আৰম্ভ হ'ল। মোৰ ট্ৰাস্কটো পিঠিত লৈ আগে আগে দেউতা, পাচে পাচে কান্ধত কেৱল টিফিনৰ মোনা এটা লৈ মই। পাহাৰীয়া উঠা-নমা লুংলুঙীয়া বাটেৰে আমি গৈ আছোঁ, কাৰো মুখত মাত নাই, যেন দুজন ভিন্নভাষী, অপৰিচিত মানুহ গৈ আছে কোনো এক অজান অপৰিচিত ঠাইলৈ। দেউতাই বাটত কি ভাবিছিল মই কব নোৱাৰোঁ। কিন্তু দেউতাৰ লগত তেনেদৰে যাব লগা হোৱাত মই সহজ হব পৰা নাছিলোঁ। একো একোবাৰ মোৰ ভাব হৈছিল, দেউতাক এনেদৰে মোৰ বোজাটো পিঠিত বোজাই দি মই নিজে আৰামেৰে যোৱা ঠিক হোৱা নাই। দেউতাক বোজাটো মোক দিবলৈ কম বুলি মই আপ্ৰাণ চেষ্টা কৰিলোঁ কিন্তু কিবা এটা লাজে মোক তেনেদৰে কবলৈ বাধা দিছিল। সেই লাজ হয়তো মোৰ শিক্ষা, মোৰ উচ্চ চাকৰি, মোৰ আত্মসন্মান আদিৰপৰা উদ্ভৱ হৈছিল। মোৰ অনুভৱ হৈছিল মই যদি পিঠিত বোজা লওঁ তেন্তে দেউতাই মোক চাই হাঁহিব, পৃথিবীখনে, ইয়াৰ মানুহবোৰে মোক ঠাট্টা কৰিব, বিদ্ৰূপ কৰিব। দেউতাৰ আগত, পৃথিবীখনৰ আগত মই সৰু হৈ যাম। দেউতাই মোক পঢ়ুৱালে, উচ্চ শিক্ষা দিলে। দেউতাৰ আশা, দেউতাৰ সপোন মই বাস্তৱত ৰূপ দিলোঁ। মা আৰু দেউতাই এতিয়া মোক লৈ গৰ্ব কৰে। মোৰ বাবেই গাওঁত, সমাজত মা আৰু দেউতাই অধিক সন্মান লাভ কৰিছে। গতিকে দেউতাই মোক মূৰত বোজাৰ ফিটা লোৱাটো নিবিচাৰে। মই যদি পিঠিত বোজা লওঁ তেন্তে দেউতাই মনত দুখ পাব। তাতকৈ দেউতাই মোৰ বোজাটো লওক। গোটেই জীৱনটোৱেই দেউতাই বোজা কঢ়িয়াইছে। দেউতা সেইবাবে এই ক্ষেত্ৰত মোতকৈ বেছি



শক্তিশালী, বেছি অভিজ্ঞ। সৰুকালৰপৰাই স্কুল-কলেজ-বিশ্ববিদ্যালয় আদিৰ হোষ্টেলত থাকি কটালোঁ। আমাক কোনোদিনে শ্ৰম কৰিবলৈ শিকোৱা নাই, সেইবাবে যৌৱনপুষ্ট দেহ, বাহুত অসীম ডেকা শক্তি আদি লৈয়ো মই অকৰ্মণ্য, শ্ৰমবিমুখ আৰু কৰ্ম-অভিজ্ঞতাহীন। মইতো দেউতাৰপৰা জোৰ কৰি বোজাটো কাঢ়িলৈ নিজে কঢ়িয়াই লৈ যাব পাৰিলোহেঁতেন। কিন্তু উপায় নাই। গতিকে মই মনে মনে দেউতাৰ পাচত খোজ পেলাইছিলোঁ, আৰু দেউতাই মোৰ ট্ৰাস্কটো পিঠিত লৈ আগে আগে খোজ দিছিল, ঠিক মোৰ দৰেই মনে মনে। বাটত আমি দুঠাইত জিৰাইছিলোঁ, টিফিন খাইছিলোঁ কিন্তু আমাৰ মাজত বিশেষ একো মাতবোল হোৱা নাছিল।

আৰু এটা সময়ত আমি ডিৰাঙ আহি পাইছিলোঁ। টোৱাঙৰপৰা অহা বাছখন তেতিয়াও ডিৰাঙ আহি পোৱা নাছিল। দেউতাক লৈ মই চাহৰ দোকান এখনত সোমালোঁ। এখন টেবুলত আমি সন্মুখা-সন্মুখিকৈ বহিলোঁ। দেউতাক ক্লান্ত দেখা গ'ল। দেউতাৰ অৱস্থা দেখি মোৰ দেউতাৰ প্ৰতি মৰম লাগি গ'ল। তথাপিও মুখ ফুটাই একো কব নোৱাৰিলোঁ। দোকানীজনক দুকাপ চাহৰ অৰ্ডাৰ দিলোঁ। চাহ কাপত মুখ দিছোঁ মাত্ৰ, তেনেতে দেউতাৰ মাত শুনা পালোঁ, "তোৰ পুৰণা জোতা আছে নেকি?" মই মূৰ তুলি চালোঁ। দেউতাই পুনৰ তাৰ কথা দোহাৰিলে।

"কিয়?"

"ৰাস্তাটো বৰ শিলাময় অ'—খোজ দিবই নোৱাৰি, বিন্ধে!"

মই দেউতাৰ খালি ভৰি দুখনলৈ চালোঁ। দেখিলোঁ দেউতাৰ কোনোদিনে জোতা নেদেখা চামদলা বন্ধা ভৰি দুখন ফাটি চিৰিলা-চিৰিল হৈছে, ঠিক যেন মানুহৰ ভৰি নহৈ হাতীৰ ঠেংহে। ইমান সময়ে মই কথাটো লক্ষ্য কৰা নাছিলোঁ। বাটটো শিলাময় আছিল নে নাই সেইটো কথাও মই মন কৰা নাছিলোঁ। ভৰিত মোৰ হাণ্টিং বুট আছিল বাবেই মন কৰিব লগা হোৱা নাছিল। দেউতাৰ অৱস্থাতো দেখাৰ পাচতহে মই কথাটো টং কৰিলোঁ। মনি বেগটো উলিয়াই টকা কেইটা গণি চালোঁ, হাতত এতিয়াও চল্লিছ টকা আছে। কেন্‌ভাছ জোতা এযোৰ ললে বাৰ টকামান যাব। বাকীখিনি টকাৰে মই বোমডিলা অনায়াসে গৈ পাব পাৰিম।

দেউতাই কিন্তু আপত্তি কৰিলে। ক'লে, "তোৰ যদি পুৰণি জোতা আছে তাকে দে, নতুন জোতা কিনি মিছাতে টকা ভৰিব নালাগে।" বহুত কোৱা

সত্ত্বেও দেউতা নতুন জোতা লবলৈ মান্তি নহ'ল। অৱশেষত মোৰ পুৰণি হান্টিং বুটযোৰ দেউতাক দিলোঁ। ট্ৰাঙ্কৰপৰা চামৰাৰ জোতাযোৰ লৈ পিন্ধিলোঁ। জোতাযোৰ পাই দেউতাৰ মুখখন আনন্দৰে উপচি পৰিল।

টোৱাঙৰ কালৰপৰা বাছখন আহি এসময়ত ডিবাঙত আহি ৰ'ল। যাত্ৰীসকলৰ মাজত ছিটৰ বাবে টনা-আজোৰা লাগিল। তথাপিও কণ্ডাক্টৰে মোৰ বাবে বহিবলৈ ঠাই উলিয়াই দিলে। খিৰিকীৰে মূৰটো উলিয়াই দেউতালৈ চালোঁ। দেউতা গাড়ীৰ কাষতে থিয় হৈ আছে। মোক দেখি দেউতাই কলে, "ভালদৰে যাবি, গৈয়েই চিঠি দিবি......"

দেউতাই আৰু কিবা কব খুজিছিল, তেনেতে গাড়ীখনে ষ্টাৰ্ট দিলে। চাওঁতে চাওঁতে দেউতা পিচত ৰৈ গ'ল। খিৰিকীৰে গাঁৱৰ ফালে চাই পঠালোঁ। দেখিলোঁ, আমি অলপ আগতে নামি অহা বাটটো পাহাৰৰ বুকুত এডাল জৰীৰ দৰে নিথৰ হৈ পৰি আছে। সেইটো বাটেৰে অলপ পাচত দেউতা উঠি যাব। এইবাৰ দেউতা আৰু মোৰ যাত্ৰা দুটা বিপৰীতমুখী দিশেদি আৰম্ভ হ'ল। মই যাত্ৰা কৰিছোঁ গাড়ীৰ গাদীত আৰামেৰে বহি, দেউতাই যাত্ৰা কৰিব শিলাময় বাটত ক্লান্ত ভৰি দুখনেদি খোজ কাঢ়ি।



## জালুকবাৰীত এটা ভয়াবহ অভিজ্ঞতা আৰু এটা অট'গ্ৰাফ

**বুবুল বৰুৱা**

কাইলৈ বাজীৰ যাবগৈ জালুকবাৰীৰ মিঠা মিঠা সপোনবোৰ এৰি। আজি সেয়ে সি শিখা, চয়নিকা, জুৰি, বাতুল, প্ৰদীপ, ৰাণাহঁতক লিখিবলৈ দিয়া তাৰ অট'গ্ৰাফখন ঘূৰাই আনিছে। জালুকবাৰীৰ দুটা বছৰৰ মধুৰ দিনবোৰ সাক্ষী হৈ ৰ'ব তাৰ এই অট'গ্ৰাফখনত আজিৰপৰা।

হোষ্টেলটোত ল'ৰা প্ৰায় নায়েই। প্ৰায়বোৰেই গৈছেগৈ পৰীক্ষা দি, নতুন ল'ৰাও দুই-এটা আহিছে। গতানুগতিকতাই হওক বা পৰিবৰ্তনেই হওক বাজীয়ে ভালদৰে বুজে। তথাপি যেন জালুকবাৰী এৰি যোৱাৰ সময়ত এক অনাহূত দুখে তাৰ সৰ্বশৰীৰ জোকাৰি গৈছে। দুচামুচ মিঠা মৌৰ সোৱাদ যেন শেষ হৈ গ'ল। হঠাতে যেন বন্ধ হৈ গ'ল—সোণালী দিনৰ পোহৰ ভাঙি গ'ল কোনোবা ৰূপকথাৰ ৰাজকুমাৰৰ দৰে ৰূপৰ গছত সোণৰ ময়ূৰৰ উত্তাল নৃত্যৰ সপোন! জালুকবাৰী কাইলৈৰপৰা তাৰ মনত এক মিঠা অনুভূতি হৈ ৰব—হয়তো এজোলোকা সোণালী যন্ত্ৰণা হব। কেৱল একেদৰেই থাকি যাব তাৰ অট'গ্ৰাফখন।

কেটিনৰপৰা আহি কাপোৰ-কানি নসলোৱাকৈয়ে সি বিছনাত বাগৰ এটা মাৰিলে আৰু অট'গ্ৰাফখন মেলি ললে। প্ৰায় পোন্ধৰ দিনেই হ'ল—ৰাণা, বাতুল-জুৰিহঁতক লিখিব দিয়া। এফালৰপৰা সি অট'গ্ৰাফখনৰ পাতবোৰ লুটিয়াই গ'ল।

প্ৰথম পাতটোৰ লিখাখিনি তাৰ নিজৰ। পঢ়াৰ প্ৰয়োজন বিশেষ নাছিল যদিও সি এনেয়ে এবাৰ পঢ়ি চালে—"আপোনালোকৰ কথাবোৰ মোৰ জীৱনত প্ৰেৰণা হব, আহিব লগা নতুন দিনবোৰত ই মোৰ বাবে এক মূল্যবান স্মৃতি হব।

ভিৰৰ মাজত যদি কেতিয়াবা নিজকে হেৰুৱাই পেলাব লগা হয় আপোনালোকৰ এই স্বাক্ষৰ মোৰ লগৰীয়া হ'ব—পাথেয় হ'ব।" তলতে তাৰ নামটো আৰু তাৰিখটো।

পাততো সি লুটিয়াই দিলে।

এটা গোলাপী ৰঙৰ পাত ওলাই পৰিল। ৰাজীৱ থন্তেক ৰ'ল আৰু কথাখিনি পঢ়ি গ'ল: "জালুকবাৰীৰ দিনবোৰ মোৰ মনৰ মণিকোঠাত চিৰদিন আবদ্ধ হৈ থাকিব। পিকনিক্, এক্সাৰচন, বাঙ্গালোৰ, জুহুবীচ, তাজমহলৰ সমুখত লগ পোৱা সেই অদ্ভুত বৃদ্ধজন, চাইন্স কেণ্টিন, ভাৰচিটি উইক্ এইবোৰ তাৰ অলঙ্কাৰ হ'ব। শুভেচ্ছাবোৰ সদায়ে ৰ'ব তোমালৈ।" নামটো পঢ়ি চালে ৰাজীৱে। মধুচয়নিকা বৰুৱা, গোলাঘাট। নামটো ৰাজীৱে এবাৰ এনেয়ে আওৰালে। লগে লগে পাতল, লাহী, ওখ, মিঠা বৰণৰ এজনী গাভৰু তাৰ কাষত ৰ'লহি। তাৰ পাচত লাইব্ৰেৰীৰপৰা এজাপ কিতাপ লৈ তাই ওলাই গৈছে লয়লাস ভঙ্গীমাৰে। তাৰ পাচত ক্লাছ, প্ৰেক্টিকেল, পিকনিক। পিকনিকত কুলশ্ৰীৰ সৌতত গাভৰু উটি গ'ল। সেইদিনৰপৰা ৰাজীৱৰ নাম বন্ধু মহলত হিৰ' হ'ল। ৰীতিমতে পাচত সিহঁতৰ মাজত প্ৰেমট্ৰেম কিবা এটা হোৱা উচিত আছিল; কিন্তু বন্ধুমহলক হতাশ কৰি একোৱেই নঘটিল তেনে একো। ভাল বন্ধু হৈয়ে থাকিল মধুচয়নিকা বৰুৱা আৰু ৰাজীৱ। দিনবোৰ মাহ হ'ল, মাহবোৰ বছৰ হ'ল আৰু বছৰবোৰ যেন আকৌ কেইটামান মুহূৰ্ত হৈ গ'ল—কব নোৱাৰাকৈয়ে, কম কথা কোৱা অথচ ভাললগা ছোৱালীজনীক মনত থাকিব—ভাবিলে ৰাজীৱে।

সি পাততো আঙুলি এটা পিচলাই লুটিয়াই দিলে। "সকতে 'জীৱনৰ লক্ষ্য' ৰচনা লিখিছিলিনে? কি লিখিছিলি বাৰু? আৰু এতিয়া কি পালি? হব পাৰিলিনে কিবা? কিয় নোৱাৰিলি ভাবি চাইছনে কেতিয়াবা? তোৰ অট'গ্ৰাফখনত মই কেৱল কেইডালমান প্ৰশ্নবোধক চিনহে আঁকি দিব পাৰিলোঁ! বেয়া নাপাবি। তোৰ প্ৰতি মোৰ শুভেচ্ছা সদায়ে আছে—তোৰ ৰাতুল।"

ৰাতুল ৰাজীৱৰ ঠিক বন্ধু নহয় অথচ শুভাকাঙ্ক্ষী বুলি কব পাৰি। ৰাতুলে বোলে পলিটিক্স কৰে, কিবা এটা ৰাজনৈতিক দলৰ লগতো জড়িত বোলে ৰাতুল। এটা কথা ৰাজীৱৰ এতিয়াও মনত পৰে। এদিন হঠাতে হোষ্টেলৰ ওৱাৰ্ডেনে তাক মাতি নিলে আৰু কলে—"হয় পলিটিক্স এৰা নতুবা হোটেল এৰি যোৱা......।" "ছাৰ, হোষ্টেলৰ বাহী হোৱা ভাতখিনি আপোনাৰ গৰুজনীয়ে খোৱাতকৈ বাটৰ দুটা খোজনীয়া ল'ৰাই খোৱা কামটো মই ভাল বুলি ভাবোঁ আৰু সেয়ে যদি পলিটিক্স হয় মোৰ কব লগা একো নাই। মই হোষ্টেল এৰি যামগৈ কিন্তু ল'ৰাবোৰক শিকাই থৈ যাম কিদৰে হোষ্টেলৰ ফাইলবোৰ আৰু মেচৰ ছাৰপ্লাছ হোৱা টকাবোৰৰ হিচাপ 'অডিট' কৰিব লাগে আৰু কোনটো পথেৰে কেনেকৈ "কুচন মনিৰ' কাৰেণ্ট একাউণ্টত হোৱা ইন্টাৰেষ্টখিনি কলৈ যায়।" "ননচেন্স"!—কোব খোৱা সাপৰ দৰেই সেইদিনা ওৱাৰ্ডেনে চিঞৰি উঠিছিল যদিও পাচত ঠাণ্ডা হৈছিল। ৰাতুলে ভাল কবিতাও লিখে বুলি ৰাজীৱে জানে। ওখ, ক্ষীণ, বগাকৈ ল'ৰাটো সঁচাকৈয়ে এটা প্ৰয়োজনীয় স্মৃতি হব—ৰাজীৱে ভাবিলে।

ইয়াৰ পাচৰ পাতটোত মনীষা চৰকাৰে লিখিছে। কথাখিনি সি পঢ়ি গ'ল: "জীবনে কখনো যদি আর দেখা হয় জালুকবাড়ীর দিনগুলো স্মরণ করতে ভালো লাগবে। দুখ শুধু একটাই—মধুর স্বপ্নটা হঠাৎ ভেঙে গেল। তোমার ভবিষ্যতের জন্য আমার শুভেচ্ছা থাকবে সর্বদায়"।—মনীষাৰ চকুকেইটা বৰ ডেঙ্গাৰাছ। মানুহজনীও তেনে বুলি সি শুনিছে। বহু কথাই শুনিছে সি মনীষাৰ বিষয়ে, লেবৰেটৰীত উত্তুংগ স্তনাগ্ৰচূড়া প্ৰদৰ্শন কৰি প্ৰেক্টিকেলত হায়েষ্ট মাৰ্ক লোৱাৰ কৃতিত্ব তাইৰ আছে। খোজত বোলে তাইৰ পদুম ফুলে। তাইৰ ওঁঠৰ লালিমাই বোলে জালুকবাৰীৰ সন্ধ্যাবোৰ তপত কৰি তোলে!! ৰাজীৱৰ অভিজ্ঞতা নাই।

এইবাৰ সি পাতখিলা লুটিয়াই দিলে আৰু প্ৰদীপ ৰাজখোৱাৰ হাতৰ আখৰখিনি জিলিকি উঠিল। "ছাতি এটাৰ তলত দুটা বছৰ নিজকে লুকুৱাই ৰখাৰ পাচত এতিয়া বাহিৰ ওলাই দেখিছোঁ—বাহিৰখন বৰ ভয়াবহ। ধুমুহা-বতাহৰ গৰ্জন কাণ পাতিলেই শুনো। মুখামুখি হোৱাৰ বাবে প্ৰস্তুতি চলাইছোঁ।...তোৰ প্ৰতি মোৰ আন্তৰিকতা সদায়েই থাকিব।"—প্ৰদীপ ল'ৰাটো এটা ব্যতিক্ৰম জালুকবাৰীত। তাৰ মাকে বোলে এই বয়সতো কাপোৰ বৈ পথাৰত কাম কৰি তাক এম্-এ পঢ়াইছে। কেতিয়াবা সি ৰাজীৱক কয় "দুখীয়া মানুহবোৰে সপোন দেখা বেয়া। মাটি চাৰি বিঘা বিক্ৰি কৰি দি ইউনিভাৰচিটিলৈ আহিছিলোঁ। কি হ'ব পাৰিলোঁ? কেৱল মই যেন ক্ৰমান্বয়ে সোমাই গৈছোঁ অনিশ্চয়তাৰ এক অন্ধকাৰ গুহালৈ। য'ত কোনো চিকিউৰিটি নাই—ছিয়ৰিটি নাই! কি হব ইয়ালৈ আহি?"—এৰা! ৰাজীৱেও জানে সেই কথা। আৰু জানে বাবেই প্ৰদীপৰ লগত তাৰ বন্ধুত্ব। ক্ষীণকৈ মিঠা বৰণৰ উজ্জ্বল চকু দুটাৰে প্ৰদীপ ৰাজখোৱা তাৰ এক মূল্যবান স্মৃতি হব—ভাবিলে ৰাজীৱে আৰু পাতখিলা লুটিয়াই দিলে।

বগা পাত এটা ওলাই পৰিল। এছ, ছোবা সিং। নামটো পঢ়ি চালে ৰাজীৱে। ইংৰাজীতে লিখিছে: "ফিষ্ট ইজ অভাৰ, এণ্ড লেম্পছ্ আৰ এক্সপায়াৰ্ড বাট আৱাৰ ফ্ৰেণ্ডচিপ উইল ৰিমেইন ফৰ এভাৰ—ডʼণ্ট ফৰগেট্ মি!" ৰাজীৱৰ মনটো হঠাতে বিষণ্ণ হৈ পৰিল। তাৰ চিঞৰি চিঞৰি কবৰ মন গʼল—"হে মোৰ মণিপুৰৰ বন্ধু! তোমাক মই কেনেকৈ পাহৰিম! তুমি মণিপুৰৰপৰা আহি কিমানেই বা বন্ধু পালাহি ইয়াত? আমাৰ জাতীয়তাবাদ, আমাৰ ছুপিৰিঅৰিটি কমপ্লেক্স,—তোমালোকৰ প্ৰতি থকা আমাৰ অহেতুক হীনমন্যতা—এইবোৰে তোমাক ভালদৰেই শিকালে। বৌদ্ধিক বাতাবৰণত বিশৃঙ্খলা দেখি তুমিতো বিস্ময়ত হতবাক হৈ পৰিছিলা আৰু চিঞৰি উঠিছিলা বাৰে বাৰে—"অহ হোৱাট ষ্ট্ৰেঞ্জ! ডেয়াৰ ইজ নৰ এনি ডিচকাচন এবাউট আৱাৰ ছচিয়েল প্ৰব্লেম—নৰ এনি প্লেন এণ্ড প্ৰগ্ৰাম টু ফেচ্ দ্যা ফিউচাৰ!"

দুবছৰৰ প্ৰতিটো মুহূৰ্ততে তোমাক আমি বিচ্ছিন্নতাৰ ডাঠ পৰ্দাখনেৰে ঢাকি ৰাখিলো। তুমি তুমি হৈয়েই থাকিলা আৰু আমি আমি হৈয়ে থাকিলোঁ। তথাপিও তুমি সবল আন্তৰিকতাৰে কৈছা—মোক পাহৰি নাযাবা।—ডন্ট ফৰগেট মি। বন্ধু—তুমি এক নমস্য সোঁৱৰণী হবা মোৰ জীৱনৰ!"

ৰাজীৱে এইবাৰ পাতখিলা লুটিয়াই বেলেগ এখিলা উলিয়াই ললে। নীলা পাতটোত জুৰি শইকীয়াই কেৱল তাৰ ভৱিষ্যত জীৱনলৈ শুভেচ্ছা জনাই মনত ৰখাৰ প্ৰতিশ্ৰুতি দিছে। তাৰ পাচত একে লেঠাৰিয়ে তিনিটা পাত খালী হৈ আছে। কোনেও লিখা নাই। সি পাতটো লুটিয়াই গʼল।

এইবাৰ গোট গোট ধুনীয়া আখৰ ছুটামান জিলিকি উঠিল। ইংৰাজীতে লিখা—"এনজয় দ্যা লাইফ, ইট ইজ ছৰ্ট—ডন্ট মেক ইট ছৰ্টাৰ। উইথ লাভ—প্ৰবীন পাটোৱাৰী।" কেণ্টিনৰ পূবফালৰ চুকটোত, ইউনিভাৰ্চিটি বাছৰ শেষৰ ষ্টিটত বা সাত মাইলৰ বাবুলৰ দোকান বা মালীগাৱঁৰ মীৰাবাঈৰ দোকানত বিচাৰিলেই যাক পোৱা যায় সেয়ে প্ৰবীন পাটোৱাৰী। ঘৰৰপৰা পঠোৱা আঢ়ৈশ টকাৰ আধা সি মদ আৰু চিগাৰেটতে খেদে। ৰাতি এঘাৰ বজাত হোষ্টেল সোমায় আৰু গানৰ গৰ্জন তোলে—"শুকুলা মেঘৰে পাল তৰি—কোন চেনাই যায় গা উতলা কৰি…।" তাৰ দেউতাকৰ বোলে প্ৰিয় গীত এইটো। ন টকাৰ মদৰ বটল উনৈশ টকাত কিনি খাই সি দেউতাকৰ প্ৰিয় গীত গায় ৰাতি এঘাৰ বজাত।

এয়াই জালুকবাৰী। ভাবিলে ৰাজীৱে—ইনটেলেক্চুৱেল চেণ্টাৰ—



বৌদ্ধিক কেন্দ্ৰস্থল। জালুকবাৰী সঁচায়ে এক অদ্ভুত অভিজ্ঞতা। ৰাজীৱে পাতবোৰ লুটিয়াই গৈ থাকিল।

এটা পাত খালী—কোনেও নিলিখিলে।

তাৰ পাচৰ পাতটোত অতনু গগৈয়ে লিখিছে: "মনত ৰাখিবি ৰাজীৱ। দিনটোত আধাঘণ্টা শ্ৰম কৰিও খাবলৈ নোপোৱা মানুহবোৰ এদিন সিংহৰ দৰে গৰ্জি উঠিবই। ক্ষোভত, হতাশাত দগ্ধ হৈ থকা মানুহখিনিক মুক্তিৰ উজ্জ্বল পথ দেখুৱাবলৈ তই কুশলে থাক ওৰেটো জীৱন।"

অতনু গগৈ জালুকবাৰীত এটা অদ্ভুত অথচ শ্ৰদ্ধেয় ব্যতিক্ৰম। ওখ, আটিল দেহটোৰে সি বোলে আগেয়ে ভীষণ মাৰ্পিট কৰিছিল। ছোৱালী জোকাইছিল খুব। পাচৰ ফালে চেঞ্জ হৈছিল সি। অথচ মানুহবোৰে কʼলে—এটা টেলেণ্ট ধ্বংস হৈ গʼল—কোনোবাই কলে সি কমিউনিষ্ট হʼল—দেশদ্ৰোহী হʼল!

প্ৰথম চিনাকিতে ৰাজীৱৰ আন্তৰিকতা গঢ়ি উঠিল অতনুৰ সৈতে। তাৰ পাচত কেণ্টিন, লাইব্ৰেৰী, হোষ্টেলত সেই বন্ধুত্ব গাঢ় হʼল।—এদিন সিহঁত দুয়োটাৰে আলোচনাৰ শব্দবোৰ সলনি হʼল—কেণ্টিন, চিনেমা, প্ৰেম, কৃষ্ণচূড়া, মনীষা সৰকাৰ, ৰʼৰ জাতীয় শব্দবোৰ নোহোৱা হৈ আহিল আৰু সেই ঠাই দখল কৰিলে প্ৰথমে—'কবিতা', 'প্ৰাচীৰ পত্ৰিকা,' 'পাবলো নেৰুদা' 'ব্ৰেখ্ট', 'সামাজিক দায়বদ্ধতা' আদি শব্দই। তাৰ পাচত সিহঁতৰ আলোচনাৰ শব্দবোৰ আৰু সলনি হʼল আৰু ক্ৰমে ক্ৰমে সেইবোৰ "মধ্যবিত্ত" "পেতি বুৰ্জোৱা", "সামন্তবাদ", "সাম্ৰাজ্যবাদ",—শ্ৰেণীসংগ্ৰাম এইবোৰ সিহঁতৰ আলোচনাৰ বিষয়বস্তু হʼল। ৰাজীৱৰ আপোন সত্তা অতনুৰ সত্তাত ডুব গʼল। এদিন দুয়োটাই সিদ্ধান্ত ললে কিবা এটা কৰিব লাগিল। আৰু ঠিক কিবা এটা কৰাৰ সিদ্ধান্ত লওঁতেই জালুকবাৰীৰ দিনবোৰ অপ্ৰত্যাশিতভাবে শেষ হৈ গʼল। অতনুৱে কলে, "ইয়াৰ পাচত আমাৰ জীৱন নাটকখন ট্ৰেজিক হয়নে কমেডি হয়, ছচিয়েল হয়, নে "এণ্টিছচিয়েল" হয় আমি কোনেও হঠাতে কব নোৱাৰিম।" ৰাজীৱে কেৱল কলে—"যতদূৰ সম্ভৱ পিচৰটো হোৱাটোৱেই স্বাভাৱিক।" অতনুৱে কেৱল সাফল্য আৰু আস্থাৰ এখন তপত বিশ্বাসী আৰু প্ৰশান্ত নৈৰ স্থিতি তাৰ হৃদয়ত অনুভৱ কৰিলে। দিনবোৰ এনেকৈয়ে গৈ থাকিল।

এইবাৰ এক ভাৱাক্ৰান্ত মন লৈ ৰাজীৱে অটʼগ্ৰাফখনৰ পাতবোৰ লুটিয়াই গʼল। শিখা, জুলেখা, বিপু, নিভা, ৰহমান, ফাইজ বহুতেই লিখিছে পাহৰি নোযোৱাৰ প্ৰতিশ্ৰুতি দি। পিকনিক, এক্সাৰচন, ভাৰচিটি-উইক, ইউথ ফেষ্টিভেলৰ

কিছুমান সৰু সৰু অথচ গুৰুত্বপূৰ্ণ ঘটনাৰ অৰ্থপূৰ্ণ টুকুৰা-টুকুৰ, কথা, ভবিষ্যত সোণালী হোৱাৰ কামনা, জীৱন মধুৰ হওক, উজ্জ্বল হওক—কোনোবাই আকৌ বিয়ালৈ মাতিবলৈ নাপাহৰিবা বুলিও লিখিছে আৰু শুভেচ্ছা জনাইছে।

হঠাতে ৰাজীৱৰ খং উঠি গ'ল। কাম নাই, চিন্তা নাই, মাত্ৰ বিয়া আৰু ভবিষ্যত। আৰে যাৰ চালা ভবিষ্যতেই নাই তাৰ আকৌ উজ্জ্বল ভবিষ্যত! উজ্জ্বল ভবিষ্যত মানেই কি ফৰ ফিগাৰৰ এটা চাকৰি, গাড়ী, ফ্ৰীজ, বেঙ্কবেলেঞ্চ—এখন তীব্ৰ ধোঁৱা দৌৰ প্ৰতিযোগিতা। অন্যহাতে যদি ভবিষ্যতে কোনোবা প্ৰাথমিক বা হাইস্কুলৰ শিক্ষক হোৱা যায় তেন্তে সেয়া হব অনুজ্জ্বল বা বেয়া ভবিষ্যত—এখন চাইকেল ৰেচ কমপিটিশ্বন তুমি ট্ৰেক আৰু মিচ কেৰিব নোৱাৰিবা আৰু স্পীডও লব নোৱাৰিবা। এবাৰ পঙ্কজে কোৱা কথা এবাৰ ৰাজীৱৰ প্ৰায়ে মনত পৰে—"তই সোঁ ভৰিখন আগলৈ দি, আগবাঢ়িম বুলি ভাবিবি, তোৰ বিবেক বোলা বস্তুটোত অনুভৱ কৰিবি তীব্ৰ দংশন আৰু যদি তই বাওঁ ভৰিখন আগলৈ দি খোজ কাঢ়িম বুলি ভাবিবি, দেখিবি তোৰ পিচফালে ঘৰখন বৈ গৈছে—তোৰ ভবিষ্যত বৈ গৈছে! মুঠতে এটা বিৰাট কণ্ট্ৰ ডিক্চন্ কনফ্লিক্ট।

ৰাজীৱৰ দুখবাহী অন্তৰৰপৰা হঠাতে হতাশা আৰু এক অনাহুত দুখৰ শব্দহীন অনুভূতি বৈ গ'ল। প্ৰথমে বুকুৰপৰা কঁকাললৈ, কঁকালৰপৰা ভৰিলৈ—তাৰ পাচত তাৰ দেহৰ সমগ্ৰ শিৰা-উপশিৰাবোৰলৈ। তাৰ বন্ধুসকলৰ, তাৰ সহযোগীসকলৰ অবিশ্বাস্য পৰিবৰ্তন আৰু ধৈৰ্য্যই তাক যেন বিষন্ন কৰি তুলিলে। জালুকবাৰীৰ ভয়াবহ অভিজ্ঞতাৰে সি ক্লান্ত হৈ পৰিল, হঠাতে গধুলি-গোপালৰ দৰেই জাপ যাব খুজিলে তাৰ প্ৰাণ-প্ৰতিম আকাঙ্ক্ষাবোৰ—দুচকুলৈ তাৰ নামি আহিল আশ্চৰ্য্যজনক তন্দ্ৰা। ক্লান্তিত সি শুই পৰিল বিছনাখনত নীৰৱে।

সি টোপনি গ'ল।

কিছু সময়ৰ পাচত হঠাতে অটগ্ৰাফখনৰ চৰিত্ৰবোৰ ৰঙীন পাতবোৰৰ পৰিধি চেৰাই বাহিৰ ওলাই আহিল। বিছনাত শুই থকা ৰাজীৱৰ ক্লান্ত দেহটোলৈ চাই চাই সিহঁতে চিঞৰি উঠিল—"তুমি কাপুৰুষ, ৰিয়েলিটিলৈ তুমি ভয় কৰা।"

এইবাৰ পাতল লাহীকৈ ওখ, মিঠা বৰণৰ মধুচয়নিকা নামৰ গাভৰুজনী উঠি আহিল আৰু চিঞৰি উঠিল: "তুমি নাভাবিবা মই এজনী হিপ'ক্ৰেট বুলি—ময়ো পৰিবৰ্তন বিচাৰোঁ—মোকো লাগে প্ৰচলিত ব্যৱস্থাৰ বিৰুদ্ধে প্ৰচণ্ড উৎখাত্।"



ৰাতুলে গৰ্জি উঠিল—"চব ভুৱা—বিশ্ববিদ্যালয়ৰ ডিগ্ৰী নোলোৱাকৈয়ে মানুহ মানুহ হব পাৰি—ইয়াত একো নাই, আছে কেৱল আশা ভঙ্গৰ হুমুনিয়াহ—।"

প্ৰদীপে আৰ্তনাদ কৰি উঠিল—"যত চব ইনটেলেক্চুৱেলৰ নামত ছেক্সুৱেল কাৰবাৰ। পাঁচ হাজাৰ টকাৰ দামী ৰঙীন চোলাৰে বাস্তৱক ঢাকিব নোৱাৰি; কেৱল নিজকে ছাতি এটাৰ তলত লুকুৱাই ৰাখিব পাৰি।"

শান্ত ধীৰ এছ থোৱা সিঙে আকাশ-বতাহ কঁপাই তুলিলে—"আই ওৱাণ্ট এ চেঞ্জ, আই ওৱাণ্ট পিচ।"

মনীষা সৰকাৰ ক্ষোভৰ একুৰা জুই হ'ল—"আমি সম্ভ্ৰান্ত মেয়ের মতো বাঁচতে চাই। আমাকে আমার ফেমিলিটা বাচাবার জন্য একটা 'জব' চাই। আমি আর জল্লাদদের লোমশ হাতের কুৎসিত আলিঙ্গন সহ্য করতে পারব না—। আমি পরিবর্তন চাই।"

অতনু গগৈয়ে মুষ্টিবদ্ধ হাত দুখন ওপৰলৈ তুলি চিঞৰি উঠিল ক্ষোভত—"ডিগ্ৰীৰ নামত ভণ্ডামী আৰু সহ্য নহয়। আহাঁ ভাঙি দিওঁ ৰুদ্ধ দুৱাৰ—বাগৰি আহক নতুন দিনত সোণালীসূৰ্য্যৰ পোহৰৰ তল!"

ৰাজীৱ নিশ্চুপ হৈ ৰ'ল কিছু সময়। এক আচৰিত অসহায় ভাবে তাক অস্থিৰ কৰি তুলিলে। এইবাৰ অট'গ্ৰাফখনৰ আটাইবোৰ চৰিত্ৰ একগোট হ'ল আৰু সমস্বৰে চিঞৰি উঠিল—"উঠা, নাবালক চিন্তাৰে আৰু শুই নাথাকিবা! তুমি য'ত ভৰিৰ গেৰুৱা পেলাবা, সেই কঠিন মাটি, তোমাৰ প্ৰিয়তমা শুকান বক্ষ, যন্ত্ৰণাগ্ৰস্ত মানুহবোৰৰ ভাঙি যোৱা হৃদয়বোৰত তোমাৰ সূৰ্য্যমুখী প্ৰতিজ্ঞাৰে দৃঢ় কঠিন প্ৰত্যয় জন্মোৱা! উঠা, ভয়, আশঙ্কা আৰু অনিশ্চয়তাৰে আমি বহুযুগ ধৰি শুই শুইয়ে কটালোঁ। এতিয়া মন দৃঢ় কৰা—আমি সকলোবোৰ তোমাৰ বিশ্বাসী সহকৰ্মী হ'ম। অলস আৰু গভীৰ নিদ্ৰাৰ ভয়াবহ অন্ধকাৰৰপৰা তুমি উঠি আহাঁ। তুমি কাপুৰুষ নহবা—মানুহক জানিবলৈ, মানুহক বুজিবলৈ শিকা।"

তাৰ পাচত অট'গ্ৰাফখনৰ চৰিত্ৰবোৰ লাহে লাহে এটা মিচিলত পৰিণত হ'ল—আটায়ে হাতবোৰ ওপৰলৈ তুলি দিলে আৰু সিহঁতৰ মুষ্টিবদ্ধ হাতবোৰ একো একোপাহ শপথৰ সূৰ্য্যমুখী ফুল হ'ল।

তাৰ পাচত খক্মক্কৈ ৰাজীৱে সাৰ পালে। কোঠাটোত আন্ধাৰবোৰ ঘূৰি ফুৰিছে। এক অন্তহীন নীৰৱতাই গোটেই হোষ্টেলটো আগুৰি আছে। ৰাজীৱে লক্ষ্য কৰিলে, তাৰ সমস্ত শৰীৰ ঘামত তিতি গৈছে। গভীৰ আন্ধাৰৰ মাজতো চিলিঙৰ ফেনখন এটা ক্ষীণ ঘেৰ্ ঘেৰ শব্দ কৰি এক বা দুই স্পীডত চলি আছে।

সি বিছনাৰপৰা উঠিল আৰু ছুইচটো থেপিয়াই লাইটটো জলাই দিলে। পোহৰবোৰ দৌৰাঢপৰা কৰি ভিতৰ সোমাল।

ৰাজীৱ এইবাৰ থন্তেক বিছনাখনতে বহিল। তাৰ পাচত দুৱাৰখন জপাই বাহিৰ ওলাই আহিল। নীৰৱ হৈ আছে গোটেই হোষ্টেলটো। ল'ৰা প্ৰায় নায়েই। সি সাত মাইলৰ ফালে আগবাঢ়িল।

গৈ থাকোঁতে সি আকৌ এবাৰ অট'গ্ৰাফখনৰ কথাবোৰ মনত পেলালে। এক ভয়াবহ আৰু মধুৰ অভিজ্ঞতাৰ সাক্ষী হৈ ৰল—ৰাজীৱ। কথাবোৰ ভবাৰ লগে লগে এক অদ্ভুত শিহৰণে তাৰ গা-মন জোকাৰি গ'ল। শিহৰিত হৈ উঠিল সমগ্ৰ সত্তা। অতদিনে বৈ অহা সহিষ্ণুতাৰ পুঞ্জীভূত বেদনাবোৰ নিমিষতে শেষ হৈ যোৱাৰ উপক্ৰম হ'ল। আহিব লগা নতুন সুদিনবোৰত মানুহৰ দৰে জীয়াই থকাৰ দুৰ্বাৰ হেঁপাহত তাৰ হৃদয়তন্ত্ৰী ব্যাকুলতাত কঁপি উঠিল।

ৰাজীৱে দেখিলে —সাত মাইলৰ ৰিক্সাৱালা, ঠেলাৱালা, দিনমজুৰকে আদি কৰি সৰু সৰু মানুহবোৰৰ থকা সৰু সৰু খেৰৰ জুপুৰীবোৰত দুই এটা ক্ষীণ পোহৰৰ চাকি জ্বলি উঠিছে। সিহঁতৰ ঘৰ্মাক্ত, ভাগৰি পৰা দেহবোৰত, সিহঁতৰ আশাভৰা নিক্ষেপ দৃষ্টিত কেৱল যন্ত্ৰণাৰ অদৃশ্য পাহাৰ,—শীতল মুখবোৰত হতাশালব্ধ অনুভূতিৰে ভৰি থকা, হৃদয়বোৰত—কেৱল অমাবস্যাৰ আন্ধাৰৰ ভিৰ। ৰাজীৱ থন্তেক ৰ'ল আৰু দৃঢ় প্ৰত্যয়েৰে তাৰ হৃদয় ডুবি গ'ল। কিবা এটা কৰাৰ প্ৰতিজ্ঞাৰে সি ধুৱাই ললে তাৰ মন—শৃঙ্খল ছিঙাৰ ঝন্ ঝন্ শব্দই তাৰ হৃদয় যেন জোকাৰি গ'ল।

জালুকবাৰীৰ দুটা বছৰ কালিলৈৰপৰা তাৰ বাবে এক সোণালী যন্ত্ৰণা হব। জালুকবাৰীৰ বিচিত্ৰ দিনবোৰ, বিভিন্ন মুহূৰ্তত লগ পোৱা তাৰ বন্ধু-বান্ধৱবোৰ তাৰ পৰিব্যাপ্ত জীৱনত মধুৰ আৰু নমস্য গৌৰৱণী হৈ ৰ'ব। সাত মাইলৰ সৰু সৰু মানুহবোৰ তাৰ আহিব লগা সুদিনবোৰত সহৃদয় প্ৰেৰণাৰ ফুল হব। আৰু অট'গ্ৰাফখন? ই হব জালুকবাৰীত দুবছৰীয়া দিনবোৰত লগ পোৱা তাৰ সহৃদয় সহযোগী বন্ধুবোৰৰ এক প্ৰয়োজনীয় ঠিকনাৰ ভঁৰাল। অট'গ্ৰাফখনেই হব তাৰ ভবিষ্যত কৰ্মপন্থাৰ প্ৰয়োজনীয় প্ৰেৰণা, য'ত ভৰ দিয়েই এদিন বন্ধা হব উজ্জ্বল ৰ'দৰ আলি। য'ত অতদিনে তীক্ষ্ণ জিভাৰ তলত চেপি ৰখা অদম্য ঘৃণা আৰু ক্ষেভবোৰ জুই হৈ জ্বলিব—থৰক-বৰক খোজবোৰলৈ আহিব পাহোৱাল গতিৰ তেজস্বীতা।

এই সকলোবোৰ কেৱল চাৰিবেৰৰ উৰ্দ্ধতা ভাঙিবৰ বাবেই ভাবিলে ৰাজাৱে।



# এখন ধুনীয়া পাৰ্ক, এখন ফটা শাড়ী আৰু কুলেন্দ্ৰ শৰ্মা

দেবেন তামুলী

মূৰ্ছিত হৈ সংজ্ঞা হেৰুৱাই পৰি থকা মানুহে যিদৰে হঠাতে জ্ঞান পাই থকমককৈ উঠে, ঠিক সেইদৰে দীৰ্ঘদিন টোপনিৰ কোলাত লালকাল দি পৰি থকা চহৰখনেও যেন হঠাতে প্ৰাণ পাই উঠি বহিছে। বাৰিষাৰ প্ৰথম বৰষুণে গছ-লতাক নতুন সাজ পিন্ধাই যোৱাৰ দৰে, এক বিশেষ যাদু কাঠিৰ পৰশে চহৰখনক এক নতুন ৰূপ দান কৰিছে। চহৰৰ মাজ-মজিয়াত থকা গেলা নৰ্দমাবোৰ চকা কৰা হৈছে। মেডিকেল কলেজৰ ওচৰত যুগ যুগ ধৰি পৰি থকা মুৰ্গীৰ পাখি, হাড়, পাইখানা আৰু চৌবিছ ঘণ্টাই দুৰ্গন্ধ বাহিৰ হৈ থকা জাবৰৰ দ'মটো পৰিষ্কাৰ কৰা হৈছে। মাটি দখল কৰি ৰখাৰ চক্ৰান্তৰে চহৰৰ কোটিপতি ব্যৱসায়ী মহলে নদীৰ পাৰত আৰু কোনো কোনো ঠাইত ৰাস্তাৰ মাজত সজা দুৰ্গা, লক্ষ্মী, গণেশ আদিৰ সৰু সৰু মন্দিৰবোৰ ভাঙি তুলি পেলোৱা হৈছে। নদীৰ পাৰতে থকা আৰু গোন্ধত ৰাস্তাইদি যাব নোৱৰা, ৰাজহুৱা পাইখানাগাৰটো চকা কৰি দিয়া হৈছে। ৰাস্তাৰ কাষত থকা গোমতি দোকান, চাহৰ সৰু সৰু দোকানবোৰ তুলি দিয়া হৈছে। এইবোৰে চহৰৰ সৌন্দৰ্য্য নষ্ট কৰে!

বাকী আছে কেৱল অট্টালিকাবোৰ। বহুদিন অনাদৃত হৈ পৰি থকা নদীৰ পাৰৰ পাৰ্ককেইখন কেইবালাখ টকা খৰচ কৰি লবালৰিকৈ সজাই দিয়া হৈছে। পাৰ্কৰ মাজত ঝাও বন, দুবৰি বন, আৰু নানান দেশী-বিদেশী ফুল ৰুই দি পাৰ্কৰ লগতে চহৰখনৰো সৌন্দৰ্য্য বৃদ্ধি কৰা হৈছে। পাৰ্কৰ মাজত এটা কৃত্ৰিম পাহাৰ আৰু এখন কৃত্ৰিম নদী বহুৱাই দিয়া হৈছে। নানা তৰহৰ ৰং বিৰঙৰ লাইটে চহৰখনৰ সৌন্দৰ্য্য বৃদ্ধি কৰি তুলিছে। চহৰৰ চুকে-কোণে, ৰাস্তাই ঘাটে ডাঙৰ

ডাঙৰ নেতাসকলে কোৱা কথাৰ একোখন প্ৰকাণ্ড প্ৰকাণ্ড বৰ্ড লগাই দিয়া হৈছে। সেইবোৰত লিখা আছে, বহুতো ভাল ভাল সাৰগৰ্ভ কথা। সকলো মানুহেই যেন নিজৰ নিজৰ কামত ব্যস্ত হৈ পৰিছে। দেশৰ ডাঙৰ ডাঙৰ কনট্ৰেক্টৰ কেইজন ৰাতিয়ে দিনে দেশসেৱাৰ কামত ব্যস্ত হৈ পৰিছে। পুৰণা ঘৰবোৰ ভাঙি-ছিঙি নতুনকৈ সজোৱা হৈছে। বেলেগ বেলেগ ধৰণৰ ৰং ঘৰবোৰত দিয়া হৈছে। দোকানবোৰত নতুন নতুন চাইনব'ৰ্ড ওলমিছে। সাময়িক হ'লেও বহুতৰ জীৱনলৈ যেন বসন্ত নামি আহিছে। গাঁৱৰপৰা হাজাৰ হাজাৰ মানুহ আহি দিনে-নিশাই কাম কৰিছে।

বহুত শ্ৰমিকক দিনে নিশাই কাম কৰাই কনট্ৰেক্টৰ বাবুৱে কম পইচা দিছে। কি লাভ নাই! দুখীয়াৰ দুখ কোনে পতিয়াব!! সিহঁতে আগৰ জনমত নিশ্চয় কিবা পাপ কৰি আহিছে!!! বহুতো নিবনুৱা ডেকাই সৰু সুৰা ঠিকা-ঠুকলি লৈছে। মুঠতে চহৰখন এইকেইদিন এখন বিয়াঘৰ যেন লগা হৈছে। কিন্তু কিহৰ-বাবে এই উছৱমুখৰ পৰিবেশ! কাক আদৰণি জনাবলৈ এই গাভৰু-জনীয়ে নিতৌ ন ন কাপোৰ পিন্ধিছে!

নগৰখনত হেনো এখন বৰ ডাঙৰ মেলা হ'ব। আমাৰ দেশৰ বাহিৰেও পৃথিৱীৰ বিভিন্ন দেশৰপৰাও ডাঙৰ ডাঙৰ মানুহ আহিব। বহুত ভাল ভাল কথা তাত আলোচনা হ'ব! ভাল ভাল খোৱা বস্তু ওলাব। কথাষাৰ শুনিয়েই লছমী, চনিয়া আৰু চুৰতিয়াহঁতৰ মন আনন্দত নধৰা হৈছে। হওক তেও আকৌ দুসাজমান ভালকৈ খাব পৰা যাব। মানুহবোৰে মাছ-মাংসহে খাব, ভাতবোৰতো পেলাই দিব। পেলনীয়া ভাতবোৰ আমি খাবলৈ পাম: সিহঁতে ভাবিছে। যোৱাবাৰো ইয়াত এনে এখন ডাঙৰ মেলা হৈছিল। বহুত মানুহ হৈছিল। ইস, সিহঁতেযে ইমান খালে! অৱশ্যে তাৰ বাবে সিহঁতে যথেষ্ট মাৰ-ধৰো খাব লগা হৈছিল।

হওক, সুখৰ দিন পাবৰ বাবে দুখ কষ্ট, এৰা-ধৰা কৰিবই লাগে। সুখৰ দিনবোৰ সোনকালে আহিলেই ভাল।

পিছে, সিহঁতৰ সেই আশাৰ জুইত চেচাপানী ঢালিলে কুলেন্দ্ৰ শৰ্মাই। অভ্যৰ্থনা সমিতিৰ সভাপতি শৰ্মাৰ হঠাতে এদিন নদীৰ পাৰত থকা সেই প্ৰকাণ্ড বৰ্ডখনলৈ চকু গ'ল—"গৃহহীনৰ বাবে গৃহনিৰ্মাণ কৰাটো আমাৰ অন্যতম প্ৰধান লক্ষ্য।" ইস, ইস,, এই চাইনবৰ্ডখন ইয়াত কোনে লগালে! এইখনৰ তলতে দেখোন শ শ গৃহহীন মানুহ, দিনে-নিশাই, ৰ'দে-বৰষুণে যুগ যুগ ধৰি আছে।



আলোচনা চলিল—হয় চাইনবৰ্ডখন আঁতৰাব লাগিব, নতুবা মানুহবোৰ তাৰপৰা আঁতৰাব লাগিব। সিদ্ধান্ত হ'ল—বৰ্ডখন তাৰপৰা আঁতৰাব নোৱাৰি। অৱশেষত সেই মানুহবোৰকেই চহৰৰপৰা পাচ মাইলমান আঁতৰত নি এৰি অহা হ'ল। সকলোৱে যেন এতিয়াহে স্বস্তি অনুভৱ কৰলে। শৰ্মাই গৰ্বেৰে উশাহ লৈ ক'লে—কুলেন্দ্ৰ শৰ্মাই নিজৰ কৰ্তব্য পালন কৰোঁতে কাহানিও গাফিলতি কৰা নাই। এটা শ্ৰেণীৰ ভালৰ বাবে কৰা কামবোৰ অন্য এটা শ্ৰেণীৰ বাবে সদায় বেয়া হয়। লচমীহঁতৰ ক্ষেত্ৰতো সেয়ে হ'ল। সিহঁতৰ দীৰ্ঘদিনীয়া আশাৰ জুইত চেঁচা পানী পৰিল।

মেলাৰ কেইদিন চহৰখনৰ অৱস্থা আৰু পৰিবৰ্তন হ'ল। দেশ-বিদেশৰপৰা হাজাৰ হাজাৰ মানুহ আহি গোট খাইছে। নতুন নতুন ৰং বিৰং, নতুন সাজ-সজ্জাৰে চহৰখন এনেভাৱে সজোৱা হৈছে যে য'লৈকে চোৱা যায়, তাতেই চকু ৰৈ যায়। এসপ্তাহৰ আগতে চহৰৰপৰা বাহিৰলৈ যোৱা মানুহে এসপ্তাহৰ পাচত ঘূৰি আহি সেইখন নিজৰ চহৰ বুলি চিনি পোৱা টান হৈছে। দেশৰ অন্যান্য নেতৃবৰ্গ ইতিমধ্যে আহি পাইছে।

আজি প্ৰধানমন্ত্ৰী আহিব। চহৰখনত আকৌ উহুলি-মুহুলি লাগি গৈছে। কৰ্মকৰ্তাসকল ব্যস্ত হৈ পৰিছে। প্ৰধানমন্ত্ৰী অহাৰ মুহূৰ্তটোলৈ সকলোৱে পৰম আগ্ৰহেৰে বাট চাইছে। ৰাস্তাৰ দুয়োকাষে শাৰী শাৰী মানুহ। ৰাস্তাৰ মাজে মাজে প্ৰধানমন্ত্ৰীক আদৰণি জনাবৰ বাবে সজোৱা নানা ধৰণৰ তোৰণ। দুঘণ্টা এঘণ্টা আধাঘণ্টা ...। চকুৰে চাই থাকোঁতেই সময়বোৰ পাৰ হৈ গৈছে। প্ৰধানমন্ত্ৰী এই আহি পায়হে। উচ্চ পৰ্যায়ৰ পুলিচ বিষয়াবোৰে অতি তৎপৰ-তাৰে ইফালে সিফালে দৌৰাদৌৰি কৰি ফুৰিছে। কুলেন্দ্ৰ শৰ্মাইও প্ৰধানমন্ত্ৰীক আদৰণি জনাবৰ বাবে উদ্বিগ্ন হৈ আছে। চহৰৰ মাজ-মজিয়াত নতুনকৈ সজা পাৰ্কখনৰ মূৰতে তেওঁলোকে প্ৰধানমন্ত্ৰীক আদৰণি জনাব। প্ৰধান মন্ত্ৰী অহাৰ আগজাননী দি 'ছিগনেল ভান'খন পাৰ হৈ গ'ল। কিন্তু তেনে সময়তে এটা অঘটন ঘটি গ'ল।

শেষবাৰৰ বাবে দৃশ্যটো চকু ফুৰাবলৈ গৈ শৰ্মাৰ এটা আচৰিত বস্তুত চকু পৰিল। তেওঁৰ চকু পৰিল পাৰ্কৰ ৰেলিঙত মেলি থোৱা এখনি ফটা শাড়ীত। লগে লগে শৰ্মাই দুৰ্বাসাৰ ৰূপে ললে। ইমানবোৰ তৎপৰ ব্যৱস্থা লোৱা সত্বেও এই ফটা শাড়ীখন ইয়ালৈ আহিল কেনেকৈ! তেওঁ ফোন কৰিলে উপায়ুক্তলৈ—কাৰ অমনোযোগিতাৰ বাবে এনে অঘটন ঘটিবলৈ পাইছে? উপায়ুক্তই খণ্ডত

গজি ফোন কৰিলে এছ. পিলৈ। এছ. পিয়ে ফোন কৰিলে তেওঁৰ সহকাৰীলৈ। এইদৰে কিছু সময় ফোন কৰাকৰি চলিল। কাৰ অমনোযোগিতাৰ বাবে এনে অঘটন ঘটিল তাক অনুসন্ধান কৰিবলৈ শৰ্মাকে মুখ্য কৰি এখন শক্তিশালী অনুসন্ধান আয়োগ গঠন কৰা হ'ল আৰু অকৰ্মণ্যতাৰ অপৰাধত পাঁচজন কনিষ্ঠবলক লগে লগে চাকৰিৰপৰা বিদায় দিয়া হ'ল। কুলেন্দ্ৰ শৰ্মা কামৰ মানুহ। কামত ফাঁকি দিয়া মানুহক তেওঁ কেতিয়াও ক্ষমা নকৰে !! প্ৰধানমন্ত্ৰী এই আহি পায়। সময়বোৰ যিমানেই পাৰ হৈ গৈছে, শৰ্মাৰ খঙো সিমানেই চৰি গৈছে। চব অকৰ্মন্য। নহ'লে এই ধুনীয়া পাৰ্কখনত ফটা শাড়ীখন ওলমি থাকে কেনেকৈ ? ইহঁতক লৈ দেশ শাসন কৰা যায় কেনেকৈ ?

অৱশেষত তেওঁ নিজেই শাড়ীখন আঁতৰাই দিবলৈ গ'ল। কিন্তু শাড়ীখন লৈ তেওঁ কালি পেলাব ধৰোতেই আৰু এটা অঘটন ঘটি গ'ল। ওচৰতে থকা ঝাওথিনিৰ মাজৰপৰা কোনোবাই চীৎকাৰ কৰি উঠিল—"বাবু, সেইখন মোৰ শাড়ী। মই তাত শুকাবলৈ মেলিছোঁ।" অলপ পাচতে তাই জাপ মাৰি আহি শৰ্মাৰ হাততে থাপ মাৰি ধৰিলেহি। "বাবু, কি কৰে, কি কৰে ? এইখন মোৰ শাড়ী। মই শুকাবলৈ মেলি দিছোঁ।" হঠাতে গণ্ডগোল শুনি সকলোৰে সেইফালে চকু গ'ল ; কিন্তু দৃশ্যটো দেখি সকলোৱে চকু মুদি দিলে—মানুহজনীৰ গাত কাপোৰ নাই। তাই উলঙ্গ। এইবোৰ গণ্ডগোল চলি থাকোঁতেই প্ৰধানমন্ত্ৰী সেইফালেদি পাৰ হৈ গ'ল। কুলেন্দ্ৰ শৰ্মাৰ মুখখন শুকাই লগে লগে টেমী যেন হ'ল। প্ৰধানমন্ত্ৰীয়ে এইবোৰ ঘটনা দেখিলে নেকি ? উলঙ্গ মানুহজনী দেখিলে নেকি ? পিচ মুহূৰ্ততে তেওঁ নিজে নিজে সান্ত্বনা লভিলে এই ভাবি যে প্ৰধানমন্ত্ৰীয়ে সিহঁতক দেখা নাই। কাৰণ, চাৰিওফালে মানুহেৰে পৰিবেষ্টিত হৈ তেখেত এখন সুসজ্জিত আৰু বন্ধ গাড়ীত পাৰ হৈ গৈছে।

• শৰ্মাৰ আৰু প্ৰধান মন্ত্ৰীক অভ্যৰ্থনা জনোৱা নহ'ল।



# ঈৰ্ষা

কুমাৰী আচ্‌মা হাজৰিকা

সদানন্দৰ ফুলৰ প্ৰতি এটা মোহ আছিল—শান্তাৰো আছিল সেই একেটাই মোহ।

অমানিশাৰ বিয়াখন ডাঙৰকৈ পতা হৈছিল। কিন্তু বিয়াৰ দিনা সদানন্দৰ ঠেহ লাগিল। কিহৰপৰা কেনেকৈনো সদানন্দৰ ঠেহ লাগিল কোনেও নাজানে। সদায় হাঁহি-মাতি থকা সদানন্দৰ গহীন ভাব-ভঙ্গীত ঘৰখনৰ প্ৰত্যেকেই ভয় নোখোৱাকৈ থকা নাছিল তথাপিও কোনেও সদানন্দক সুধিবলৈ সাহস নকৰিলে। ডাঙৰ পুতেক শঙ্কৰে দেউতাকক জোকাই লোৱাৰ বাবে ঘৰখনৰ প্ৰত্যেককেই ভালকৈ বকনি দিলে। দৰাঘৰীয়া মানুহক শঙ্কৰ আৰু সৰুপুতেক চন্দনে দেউতাকৰ অসুখ বুলিয়েই কলে। আৰু কইনা সম্প্ৰদান দেউতাকৰ সলনি শঙ্কৰেই কৰিলে। দৰাঘৰীয়া মানুহখিনি নগৰৰ। ঠেহ-পেচ তেনেকৈ নধৰিলে।

এসোপা নতুন অলঙ্কাৰ আৰু খম্‌খমীয়া নতুন কাপোৰেৰে অমানিশা দেউতাকৰ কোঠালৈ সোমাই আহিছিল। সদানন্দই জীয়েকক বুকুৰ মাজত সুমুৱাই লৈ আশীৰ্বাদেৰে বিদায় দিছিল। কৈছিল, "মোৰ ওপৰত যেন খং নকৰ আই। মোৰ বুকুত একুৰা জুই বৰ দপদপাই জলিছে—মাত্ৰ হলেহে সেইকুৰা জুইৰ কথা বুজিবি।"

অমানিশাই এটা কথাই মাত্ৰ দেউতাকক কৈছিল,—'জানো দেউতা, এডাল অৰকিডৰ মূল্য আপোনাৰ জীৱনৰ বাবে কিমান তাক আনে নুবুজিলেও মই বুজো। আপুনি মোক বুজাইছিল—সেয়ে মই বুজিছিলোঁ।"

সদানন্দই কৈছিল,—'অৰকিডডালৰ লগতে তয়ো আজি মোক এৰি গলি, মোৰ বুকুখনৰ এটুকুৰা ঠাই বৰ শূন্য হৈ গ'ল। তই সুখী হ, শৰতৰ দৰে নিৰ্মল—আকাশৰ দৰে মহান, ফুলৰ দৰেই সুন্দৰ হওক তোৰ জীৱন।"

অমানিশা ওলাই আহিছিল করুণ বিননিৰে। সদানন্দই চিঞৰি চিঞৰি কান্দিব খুজিও কান্দিব পৰা নাছিল, বুকুত তীব্ৰ বিষৰ যন্ত্ৰণা এটাই তেওঁক মৰ্মৰ পাথৰত পৰিণত কৰিছিল।

এখন এখনকৈ পাৰ হৈ যোৱা গাড়ীৰ শব্দ তেওঁৰ কাণত পৰিল। সদানন্দৰ এনে লাগিল যেন চকাবোৰ বুকুৰ ওপৰেদিহে পাৰ হৈ গৈছে— আৰু এডাল এডালকৈ কামিহাড় কেইডাল যেন ভাঙি গুড়ি হৈ গৈছে। বিছনাৰপৰা এখোজ এখোজকৈ আগবাঢ়ি সদানন্দই পশ্চিমৰ খিৰিকীখন বন্ধ কৰি পেলালে। ইমান পোহৰ— ইমান পোহৰৰ আৰু প্ৰয়োজন নাই। পোহৰত বুকুৰ জুইকুৰা যেন দুগুণে জ্বলিব। সদানন্দ সেই জুইত জ্বলি ছাঁইত পৰিণত হব। সদানন্দৰ বৰ ভয় লাগিল। ভয়তে চকু দুটা মুদি দিলে সদানন্দই। "চকু মেলা, মই আহিছোঁ"— সদানন্দক সাতাইশ বছৰৰ আগৰ ডেকা সদানন্দটোৱে ধমক দিলে।

সাতাইশটা বছৰৰ আগৰ অতীতটোলৈ সদানন্দই ঘূৰি চালে।

পঢ়ুৱনি গাওঁৰপৰা এদিন কলেজীয়া জীৱনৰ মিঠা আলিঙ্গনক আকোৱালি লবলৈ সাজু হৈ ওলাই আহিছিল সদানন্দ। বিজ্ঞানৰ ছাত্ৰ সদানন্দৰ হঠাৎ কিয় জানো, প্ৰকৃতিৰ সতে মিঠা সম্পৰ্ক এটা গঢ়ি উঠিল। সৰুৰেপৰাই এটা মধুৰ সম্বন্ধ প্ৰকৃতিৰ গছ, লতা—ফুলৰ লগত নাছিল বুলি কব নোৱাৰি—তথাপিও এইয়া মোহ যেন বেলেগ মোহ। নতুন নতুন কেকটাছ, অৰকিড গোটোৱাটো সদানন্দৰ যেন বহুত দিনৰে স্বভাৱ আছিল—আচলতে নাছিল, নতুন মিঠা এক সোৱাদ পাইছিল।

অকণমান টিঙৰ দুটা কমৰ ঘৰটো সদানন্দই অকলেই ভাড়া কৰি আছিল। সৰুৰেপৰা অকলশৰেই ডাঙৰ হৈছে সদানন্দ। প্ৰাইমেৰী স্কুলৰ শিক্ষক নন্দ শৰ্মাৰ একমাত্ৰ সন্তান সদানন্দৰ গহীন মনোভাৱৰ কথা জানিয়েই নন্দ শৰ্মাই ঘৰটো নিজেই ঠিক কৰি দিছিল। বৰ চাফ চিকুণ, পৰিপাটিকৈ থকা স্বভাৱটো সদানন্দৰ একেবাৰে সৰুকালৰে। কিছুমান নাম নজনা বিদেশী অৰকিড্, কেকটাছ গোটাই আনি সদানন্দই যেতিয়া সৰু ঘৰটো এটা সৰু অৰকিড্ হাউছত পৰিণত কৰিছিল তেতিয়াই নৰমমানত পঢ়া অকণমান যেন লগা মৰমলগা এজনী ছোৱালী এদিন গেটৰ ওচৰত বৈ গৈছিল।

"কাক বিচাৰিছা ?"

"অ' নাই, কাকো বিচৰা নাই। ইমান ধুনীয়া।"

"কি ?"



"অৰকিডবোৰ।"

"সেইবোৰ ময়ে গোটাইছোঁ।"

"ঘৰটো আপোনাৰ ?"

"ও, যাবা ? বলা, চাই আহিবা।"

ছোৱালীজনী বন ফৰিঙৰ দৰে জপিয়াই জপিয়াই সোমাই গৈছিল। আৰু ফুলবোৰ, অৰকিড্বোৰ এজোপা এজোপাকৈ চাইছিল। কৈছিল,— "বেছি ভাগ আমাৰ ঘৰতো আছে। কিন্তু কিছুমান বিদেশী। মোৰো জানে ফুলৰ প্ৰতি বৰ লেতেৰা আকৰ্ষণ এটা আছে।"

"তোমাৰ নামটো ?"

"শান্তা ডুৱৰা।"

"আৰু মোৰ নাম সদানন্দ শৰ্মা।"

"আমাৰ ঘৰলৈ যাব এদিন"—ঘৰটো চিনাকি কৰি ছোৱালীজনী গুচি গৈছিল।

মৰমলগা এজনী পোন্ধৰ বছৰীয়া ছোৱালী। শান্তা—বৰ মিঠা নাম।

অৰকিড্ তাই ভালপায়। ময়ো ভালপাওঁ। অৰকিড্ বিচাৰি শান্তা আকৌ আহিছিল।

শান্তাৰ নিমন্ত্ৰণক্ৰমে সদানন্দও গৈছিল। গেটৰ ভিতৰত ভৰি দিয়েই শান্তাৰ ফুলৰ প্ৰতি সঁচাই যে বৰ লেতেৰা আকৰ্ষণ এটা আছে সেইয়া সদানন্দই অনুভৱ কৰিছিল। বহুতো বিদেশী অৰকিড্, কেকটাছ, নানা বৰণীয়া ফুলেৰে সিহঁতৰ ধুনীয়া ঘৰটো আৰু বেছি ধুনীয়া কৰি তুলিছিল। শান্তাই কৈছিল,—

"মোৰ ওচৰত নতুন কিবা থাকিলে আপুনি নিব পাৰিব। আৰু আপোনাৰ ওচৰত নতুন কিবা পালে মই লম।"

দুয়ো চুক্তিবদ্ধ হৈছিল—দিয়া-লোৱাত।

নীলকমল ডুৱৰাই হাঁহিছিল। কৈছিল,—"আমিও তাইৰ বাবে ফুল আৰু তাইও আমাৰ বাবে ফুল। বৰ সজীৱ ফুল।"

প্ৰথম দিনাৰ চিনাকিতে শান্তাৰ দেউতাক নীলকমল ডুৱৰা আৰু মাকে সদানন্দক আপোনভাৱে ঘৰুৱা কৰি লৈছিল।

এদিন ফুলৰ বাবে চিনাকি হোৱা এইঘৰ মানুহ সদানন্দৰ বৰ আপোন যেন লগা হ'ল। নিজৰ ঘৰৰ দৰে লগা হ'ল। আহ-যাহ কৰোঁতে ঘনিষ্ঠতাৰ ডোলডাল আৰু কটকটীয়া হ'ল। ফুলৰ মাজেৰে আহি শান্তাৰ মৰমবোৰ কেতিয়ানো নিৰৱে

সদানন্দৰ মনৰ মাজত সোমাই পৰিল সদানন্দই ধৰিব নোৱাৰিলে। সদানন্দই পৃথিবীখন বৰ সুন্দৰ দেখিলে। শান্তাৰ চকুতো তেতিয়া এখন নতুন পৃথিবীৰ সুন্দৰ ছবি। সেইখন পৃথিবীত তাইৰ মনৰ চকুৰে শান্তাই মাত্ৰ এজন মানুহ দেখিলে। সেইজন হ'ল সদানন্দ শৰ্মা।

মেট্ৰিক পাছ কৰাৰ পাছত শান্তাই দেউতাকৰ কলে,—তাইৰ আৰু পঢ়াৰ ইচ্ছা নাই। মাকে বুজিলে, তাইৰ মিঠা সপোনবোৰ এতিয়া বাস্তৱত ৰূপ দিয়াৰ সময়। সদানন্দক সেয়ে নীলকমল ডুৱৰাই শান্তাৰ কথা কলে। শান্তাক নিজৰ কৰি লব খোজাৰ কথা সদানন্দইও নীলকমল ডুৱৰাক কলে। শান্তাক সুখী কৰিব পৰা প্ৰতিশ্ৰুতি পাই নীলকমল ডুৱৰাই কৈছিল,—'শান্তা মোৰ একমাত্ৰ ছোৱালী। তাইক মই জানো। তাইৰ মনৰ কথা মই পঢ়িছোঁ—শান্তাইও একান্তভৱে তোমাক বিচাৰিছে। মই স্পষ্টতাক শ্ৰদ্ধা কৰোঁ। পুৰুষ সদায় সাহসী হব লাগে। শান্তাই ভুল কৰা নাই। তোমালোক সুখী হোৱা।"

নীলকমল ডুৱৰাৰ পৰামৰ্শমতে সদানন্দই ঘৰলৈ চিঠি লিখিছিল। শান্তাক জীৱন-সঙ্গিনী কৰি আদৰি লবলৈ মাক-দেউতাকৰপৰা আশীৰ্বাদ বিচাৰিছিল। গাওঁৰ প্ৰাইমেৰী স্কুলৰ শিক্ষক নন্দ শৰ্মা খঙত জলি উঠিছিল। বৰ্ণৰ নামত ল'ৰাই বংশত কলঙ্ক সানিলে। সমাজখনতো বাদ দি জীয়াই থাকিব নোৱাৰি। এই বিয়া হব নোৱাৰে—নন্দ শৰ্মাই স্পষ্ট উত্তৰ দিলে। যদি সেইজনী ছোৱালীকে সদানন্দই বিয়া কৰে, পুতেকক ত্যাজ্য পুত্ৰ কৰিব। জীৱনত তেওঁ আৰু সদানন্দৰ মুখ নাচায়।

সদানন্দৰ হাঁহি উঠিল। শান্তা অসমীয়া ছোৱালী, সদানন্দও অসমীয়া। একেটা জাতিৰ ভিতৰতে বৰ্ণ-বৈষম্য, এতিয়া জানো বৰ্ণলৈ যুজাৰ দিন আছে? এই ঠেক মনোভাৱেৰে নন্দ শৰ্মাৰ দৰে দেউতাকহঁতে দেশক প্ৰগতিৰ পথত আগবঢ়াব? ছিঃ ছিঃ ইমান পিচ পৰা, ইমান ঠেক গণ্ডীৰ মাজত বন্দী হৈ থাকিব সদানন্দই অন্ততঃ নোৱাৰে। তাক মুক্তি লাগে।

মুক্তি বিচাৰি সদানন্দ কটলৈ গ'ল। শান্তাক নিজৰ কৰি ললে। শান্তাৰ দেউতাক নীলকমল ডুৱৰা আৰু মাক শেৱালীয়ে হৃদয় উজাৰি সদানন্দ আৰু শান্তাক আশীৰ্বাদ দিলে। জীৱন জোৰা সুখী হোৱাৰ প্ৰতিশ্ৰুতিৰে সদানন্দ আৰু শান্তাই একেডাল বিশ্বাস আৰু মৰমৰ ডোলেৰে বান্ধ খালে।

শান্তা চিৰজীৱনৰ বাবে সদানন্দৰ হ'ল। দেউতাক নন্দ শৰ্মাই কোনো খবৰ নললে। সদানন্দইও আক্ষেপ নকৰিলে।





নতুন নতুন অৰকিডেৰে, নানা বৰণীয়া ফুলেৰে নতুন ঘৰখনত শান্তা ব্যস্ত হৈ পৰিল। শান্তাও যেন ফুল—বৰ ধুনীয়া, মৰহি যাব নোৱাৰা, বৰ সজীৱ ফুল—এনে ভাব হ'ল সদানন্দৰ।

সদানন্দৰ ভুল সেইখিনিতে হ'ল। ফুল যে চিৰসজীৱ নহয়—হব নোৱাৰে, এদিন মৰহি যাবই। চাৰিওফালে নানা সুগন্ধি ফুলৰ মাজত এপাহ ফুল, যিপাহ ফুলৰ গোন্ধ কোনো ফুলৰ লগতে মিলাব নোৱাৰি। বৰ ধুনীয়া হৈ ফুলপাহ ফুলিছিল। চাৰিওফালৰ প্ৰকৃতিয়ে কেৱল যেন সেইপাহ ফুললৈকে সকলো সৌৰভ ছটিয়াই দিছিল। শান্তা মাক হোৱাৰ পথত আগবাঢ়িছিল। সদানন্দক পিতৃত্বৰ গৌৰৱে জোকাইছিল। কল্পনাবোৰ বৰ সুন্দৰ! মাতৃ হোৱাৰ লাজুকী আনন্দই শান্তাক ৰাঙলী কৰি তুলিছিল। আৰু কোনেও নজনাকৈয়ে কল্পনা নামৰ সাপটোৱে বিষাক্ত লেলিহান জিভা মেলি লুভীয়া চাৱনিৰে সিহঁতৰ মাজতে লুকাই আছিল।

মৃত সন্তান এটা জন্ম দি শান্তাও চিৰজীৱনৰ বাবে সদানন্দৰ জীৱনৰপৰা, ফুলৰপৰা, অৰকিডবোৰৰপৰা কেতিয়াও ঘূৰি নহাৰ প্ৰতিশ্ৰুতিৰে আঁতৰি গৈছিল। মৃত্যুৰ আগমুহূৰ্তত শান্তাই কৈছিল,—"আপুনি বেজাৰ নকৰিব। মই সুখী কৰিব নোৱাৰিলোঁ।" এজোপা নিৰ্দিষ্ট অৰকিডলৈ আঙুলিয়াই শান্তাই আৰু কৈছিল,—"সেই অৰকিডজোপাৰ যত্ন লব। বৰ কষ্টৰে সেইজোপা জীয়াই তুলিছিলোঁ।"

ইমান নাণ্ঠ, ইমান উকা পৃথিবীখন কেতিয়াও লগা নাছিল সদানন্দৰ—অথচ কাৰোবাৰ বাবে পূৰ্ণতাতো শূন্যতা এনেদৰেই লুকাই থাকে।

কোনো খবৰ নিদিয়াকৈয়ে নন্দ শৰ্মাই শান্তাৰ মৃত্যুৰ খবৰ পাইছিল। নন্দ শৰ্মাই সদানন্দলৈ লিখিছিল ঃ হোৱাটো হৈ গ'ল। ভগবানে যি কৰে ভালৰ বাবেই কৰে। এইবাৰ মাক-দেউতাকৰ ইচ্ছামতেই সদানন্দই গাওঁৰে ছোৱালী এজনী বিয়া কৰাওক। মাক-দেউতাক, ঘৰখনৰ আশীৰ্বাদ সন্তানৰ প্ৰত্যেকটো খোজতে বৰ প্ৰয়োজন। কোনোবাই কৈছিল,—মাক-দেউতাকৰ অভিশাপ লাগিল। পঢ়ি-শুনি মানুহ হলেও ইমান অহঙ্কাৰী হব নেপায়। বন্ধু-বান্ধৱে কৈছিল—জীৱনটো সুখ দুখৰ মাজেৰেহে উপলব্ধি কৰিব পাৰি। অতীত কেতিয়াবা সুন্দৰ হলেও নগ্ন, বৰ্তমান সদায় জীৱন্ত, সুন্দৰ। পুনৰ বিয়া কৰাই সদানন্দ সুখী হওক।

সদানন্দৰ হাঁহি উঠিছিল—এবাৰ ত্যাজ্যপুত্ৰ কৰি আকৌ আদৰি লব পৰা

মাক-দেউতাকৰ মনটোৰ কথা ভাবি। অভিশাপ আহিব লাগিছিল সদানন্দৰ জীৱনলৈ, শান্তাইতো দোষ কৰা নাছিল—শান্তাক দেখোন মাক-দেউতাকে হৃদয় উজাৰি আশীৰ্বাদ দিছিল—তেন্তে শান্তা কিয় আঁতৰি গ'ল ? গা ধুৱাবলৈ অনা নীলা ৰঙৰ বলটো, নীলা চাবোন কেচটোত জনচন বেবি চ'প টুকুৰা, নীলা বেবি টাৱেলখন তেনেকৈয়ে পৰি থাকিল। মিঠা হাঁহিৰে সিহঁতৰ প্ৰথম সন্তানটোক নীলা পানীত সাঁতুৰি থকা, হাতত বেবী টাৱেলখন লৈ গা মচি থকা শান্তাৰ মাতৃত্বৰ গৌৰৱত গৌৰৱান্বিত মুখখন, জনচন বেবী চ'পৰ মিঠা গোন্ধটোৰ স্বাদ কেতিয়াও সদানন্দই কিজানি জীৱনত আৰু লবলৈ নেপায়! অথচ পাইছিল।

মাক-দেউতাকৰ হৃদয়ৰ কামনাক, বন্ধু-বান্ধৱৰ পৰামৰ্শত আৰু নীলকমল দুৱৰাৰ মিঠা ধমকনিত সদানন্দই মনৰ বেজাৰৰ ধুলিখিনি জাৰি-জোকাৰি পেলাই-ছিল। নীলকমল দুৱৰাই কৈছিল,—"দৃঢ় হোৱা, জীৱনৰ বাবে ট্ৰেজেদিয়েই ডাঙৰ কথা নহয়। এটা কথা সদায় মনত ৰাখিবা, তোমালোক পুৰুষ। দৃঢ়তা আৰু সাহস বৰ প্ৰয়োজন জীৱনক গঢ় দিয়াৰ বাবে। ফুলবোৰৰ যত্ন লোৱা—শান্তা সুখী হব।"

সদানন্দই বিয়া কৰাইছিল—প্ৰভাক নতুন জীৱনলৈ আদৰি আনি সদানন্দই ভুল কৰা বুলি ভবা নাছিল—অথচ ভুল হৈছিল। প্ৰভা আৰু সদানন্দৰ জীৱনলৈ এটা-দুটাকৈ তিনিটা সন্তান আহিল। শঙ্কৰ, চন্দন আৰু অমানিশা। এদিন প্ৰভাক সদানন্দই শান্তাৰ কথা কৈছিল। ফুলৰ প্ৰতি থকা আকৰ্ষণীয় মোহটোৰ কথা কৈছিল। প্ৰভাই কেৱল নীৰবে শুনিছিল।

সেইয়া কাৰোবাৰ ভৰিৰ জোতাৰ শব্দ সদানন্দৰ কোঠাৰ ফালে আগবাঢ়ি আহিছে।

অমানিশাক থৈ চন্দন বেগাবেগিকৈ দেউতাকৰ কোঠালৈ সোমাই আহিছিল। হাতত অনা গাখীৰ গিলাচ আৰু মিঠাইৰে পূৰ্ণ প্লেটখন দেউতাকৰ বিছনাৰ কাষতে থকা টিপয়খনত থৈ চন্দনে কৈছিল,—"নিশাই এইয়া আপোনালৈ দিছে। নেখালে তাই বৰ বেজাৰ পাব।"

সদানন্দই কৈছিল—"সৌ পশ্চিমৰ খিৰিকীখন বন্ধ কৰি দে চন্দন। মোৰ বুকুত তীব্ৰ বিষৰ জ্বালা অনুভৱ কৰিছোঁ। খিৰিকীৰে অহা সেইখিনি পোহৰে মোক জ্বলাইছে।"

"জানো দেউতা, নিশাই মোক সকলো কৈছে। এদিন নিশাক আপুনি সৌ খিৰিকীৰ কাষত থকা অৰকিড ডালৰ কথা কৈছিল। আৰু যোৱা কালি সন্ধিয়া



সময়ত মায়ে যেতিয়া অৰকিড্ জোপা কাটি পেলাইছিল সেইখিনিতে মইয়ো আছিলোঁ। মায়ে কৈছিল—অহা-যোৱা বাটত অৰকিড্ ডালে বাধাৰ সৃষ্টি কৰিছে, আৰু আপোনাৰ কোঠাটোতো বোলে বতাহ নোসোমায়। অৰকিড্ জোপা ডাঙৰ মায়ে ৰোৱা বুলি জনা হলে মই অন্ততঃ বাধা দিলোহেঁতেন। এতিয়া নতুন এডাল অৰকিড মই আকৌ আনি লগাই দিম দেউতা। আপুনি আৰু সেই একেটা কথাকে ভাবি নেথাকিব। এইখিনি খাই লওক।

সদানন্দই চন্দনৰ হাতৰপৰা গাখীৰ গিলাচ লৈ ঢোক্‌ঢোকাই খাই পেলালে। চন্দন দেউতাকৰ কোঠাৰপৰা ওলাই গৈছিল।

চকু দুটা মুদি ওপৰমুৱাকৈ সদানন্দ নিশ্চল হৈ পৰি থাকিল। মাইকী মানুহৰ মন সাধাৰণতে ঈৰ্ষাপৰায়ণ! তথাপি প্ৰভাৰ মনটো ইমান ঘৃণনীয় হব পাৰে বুলি সদানন্দই কল্পনাও কৰিব পৰা নাছিল। বৰ কম কথা কোৱা প্ৰভাৰ মনটোৰ মাজত কেতিয়াবা শান্তাৰ মনটো বিচাৰি পাবলৈ বৰ মন যায় সদানন্দৰ। ইমানদিনে ভাবি অহা প্ৰভাৰ সুন্দৰ মনটো যেন এডাল বিষাক্ত সাপলৈ পৰিণত হ'ল। তাৰ বিষ সদানন্দৰ মনৰ বাহিৰে-ভিতৰে বিয়পি সদানন্দক যেন নিষ্পেষিত কৰি পেলাইছে।

চকু মেমেলাকৈয়ে সদানন্দই গম পালে প্ৰভা আহিছে। সেইয়া প্ৰভাৰ খোজৰ শব্দ।

প্ৰভা আহি সদানন্দৰ কাষতে থিয় হ'ল। বয়সৰ আঁচোৰে জোকাই যোৱা সদানন্দৰ লেতুসেতু হাতখন হাতেৰে খামুচি ধৰি প্ৰভাই হুকুহুকাই কান্দি পেলালে। চকু মেমেলাকৈয়ে সদানন্দই কলে,—"সৃষ্টিত আনন্দ আছে প্ৰভা, ধ্বংসত গৌৰৱ নাই, আছে নিষ্ঠুৰতা। ল'ৰা দুটাৰ মনত এই বিষগছ জোপাৰ সৃষ্টি কিয় কৰিবলৈ চেষ্টা কৰিছা ?"

প্ৰভা আঁতৰি গৈ পশ্চিমৰ খিৰিকীখন খুলি দি কিবা এটা কব খুজিছিল; সদানন্দই কৈছিল,—"সেইখন খিৰিকী আৰু কেতিয়াও নুখুলিবা প্ৰভা। যিখিনি পোহৰ তোমাৰ বাবে মিঠা, সেই একেখিনি পোহৰ মোৰ বাবে গৰল। সেইখিনি জ্বলন্ত জুই—সেই পোহৰৰ জুয়ে মোক জ্বলাই নিঃশেষ কৰিব। তুমি যোৱা, আঁতৰি যোৱা। মোক এতিয়া অকলশৰে অকণমান নিজা সময়ৰ প্ৰয়োজন। চন্দনে নতুন অৰকিড্ এডালৰ কথা কৈছিল, তাক কবা, অৰকিড্ বিচাৰি সি যাব নালাগে। নতুন অৰকিড্ এডালৰ প্ৰয়োজন এতিয়া আৰু মোৰ নাই।"

# ইন্‌কিলাব

জিতেন শৰ্মা

ভেকুলী এটা পানীত টুপ দি আকৌ বুৰ মাৰিলে প্ৰথমতে যেনেকৈ এটা সৰু ঢৌৰ সৃষ্টি হৈ পিচত গোটেই পুখুৰীটোতে বিয়পি যায়, ঠিক তেনেদৰেই শোভাযাত্ৰাটোৰ সমুখত বুকুত প্ৰকাণ্ড বেজ এটা মাৰি গৈ থকা নেতৃস্থানীয় মানুহজনৰ মুখৰপৰা ইনকিলাব শব্দটো ওলোৱা মাত্ৰকেই পিচে পিচে শাৰীপাতি গৈ থকা মানুহখিনিয়ে প্ৰাণটাকি চিঞৰে—ইনকিলাব্—জিইনদাবাদ্…

শোভাযাত্ৰাটো গৈ আছে। ওপৰত সূৰ্য্যৰ প্ৰখৰ ৰ'দ। তলত ৰ'দত গলি গলি উঠা ৰাস্তাৰ পিটচ্। তাকে লৈ মানুহবোৰ গৈয়েই আছে। কেৰেলুৱাৰ গতিৰে অঁকাই-পকাই শোভাযাত্ৰাটো গৈয়েই আছে।…

সোমনাথৰ ভৰিখন অসহ্য বিষাইছিল। ভাতে বহুদিনীয়া পুৰণি টাপলি মৰা চেণ্ডেলযোৰত তলৰপিনে গজাল এটা দহদহাই ওপৰলৈ উঠি আহিছিল, সেয়ে খোজ দিলেই তলুৱাত গজালটোৱে ঠহঠহাই বিন্ধে। সোমনাথে লেকেচিয়াই লেকেচিয়াই খোজ কাঢ়িছিল, হঠাৎ ওলাই থকা শিল এটাত খুন্দা খাই কৰ্ফাল খাই পৰাদি সি সমুখৰ মানুহজনৰ গাতে উবুৰি খাই পৰিলগৈ। বৈ যোৱা ট্ৰেইনৰ ডবাই ইটোৱে সিটোক খুন্দিয়াই নিয়াদি সমুখৰ মানুহজনে পাঁচজনমানক আগলৈ খুন্দিয়াই লৈ গল।…লগে লগে সোমনাথৰ আগৰ মানুহখিনিয়ে এনেকৈহে পিচলৈ ঘূৰি চালে যেন পৰা হলে তেতিয়াই তাক শাৰীৰপৰা বাহিৰ কৰি দিবহি। কিন্তু সোমনাথে সেইফাললৈ একেবাৰে উদাসীন হৈ খুন্দাত এবকলা উঠি যোৱা ভৰিখনতকৈও পিন্ধি থকা চেণ্ডেলযোৰহে খপজপাই আপে-পিচে চালে—'কতো এবাই যোৱা নাই তো! কিবাকৈ ছিঙি থাকিলে টাপলি মাৰিবলৈ আৰু ঠায়েই নাই, তাতে মুচিটোৰ বাকীটো ও কিজানি হওঁতে হওঁতে পাঁচ টকাৰ ঘৰ চেৰায়ে গৈছেগৈ। মুচিটোৱে টানকৈ একো কোৱা নাই বাবেহে। কিন্তু এনেকৈ আৰু কিমান দিন?…সোমনাথৰ এই নিৰ্লিপ্ততাই আগৰ মানুহখিনিক দুগুণে পীড়া দিলে। তাৰ ঠিক আগৰ মানুহজনে চকুত অগ্নিবৰষা দৃষ্টি লৈ তাক কিবা কম বুলি মুখ মেলিছিলহে মাত্ৰ, হঠাৎ দৈববাণীৰ দৰে সমুখৰ ঘোষকজনৰ মাত ভাঁহি আহিল—ইনকিলাব্। সকলো চাট্‌কৈ পাহৰি মানুহবোৰে সমস্বৰে উজাৰ দিলে—জিইনদাবাদ্—জিইনদাবাদ্।

ইনকিলাব্—জিইনদাবাদ্…

ইন্‌কিলাব—জিইনদাবাদ্…

শোভাযাত্ৰাটো গৈয়েই আছে। গৈয়েই আছে। লগে লগে গৈ আছে সোমনাথ।

সোমনাথৰ ভৰিত উজুটি খাই এৰাই যোৱা ঠাইখিনি চেকচেকাইছিল। ক্ষন্তেক বৈ সি এখন ভৰিৰ ওপৰত ভৰ দি ইখন ভৰি দাঙি চাব খুজিছিলহে মাত্ৰ, পিচৰ মানুহজনে তাৰ গাত ধৰি হেঁচুকি দিলে—"ওঁ ওঁ নৰব—গৈ থাকক—গৈ থাকক।"

তাৰ পিচত সোমনাথ আৰু ৰোৱা নাই, লাইনে লাইনে খোজত খোজ মিলাই, কণ্ঠস্বৰত কণ্ঠ মিলাই সি গৈয়েই আছে, গৈয়েই আছে।

সোমনাথ। সোমনাথ ভট্টাচাৰ্য্য নাৰায়ণপুৰ জীৱনলতা প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক দেবেন্দ্ৰপতি ভট্টাচাৰ্য্যৰ জেষ্ঠ্য সন্তান, বিশ্ববিদ্যালয়ৰ স্নাতক পৰীক্ষাত সন্মান সহ উচ্চ স্থান লৈ উত্তীৰ্ণ হৈও বৰ্তমানলৈ দুবছৰে নিবনুৱা হৈ ঘৰতে বহি থকা সোমনাথ এসময়ৰ প্ৰখ্যাত ছাত্ৰনেতা, উদীয়মান সাহিত্যিক সোমনাথ ভট্টাচাৰ্য্য।…

শোভাযাত্ৰাটো এটা আলিকেঁকুৰি ঘূৰিছিল। চহৰৰ একমাত্ৰ চিনেমা হল 'আনন্দ টকীজ'ৰ সমুখৰ ভাজটো ঘূৰি দত্তবৰুৱা পাৰ্কৰ কাষেদি শোভাযাত্ৰাটোৰে গতি লৈছিল।

সোমনাথে বেঙা মেলি চালে। সি দেখিলে ট্ৰেইনৰ ইঞ্জিনটোৱে বেঁকাকৈ গোটেই ট্ৰেইনখন ঘূৰাই নিয়াদি শোভাযাত্ৰাটোৰ সমুখত গৈ থকা নেতাজনে শোভাযাত্ৰাটো ছোৱালী হাইস্কুলৰ সমুখৰ ৰাস্তাটোৰেদি ঘূৰাই দিছে।

অসহ্য ভোকত সোমনাথৰ পেট আকৌ এবাৰ কৰকৰাই উঠিল। তাৰ মনত পৰিল যোৱাৰাতিৰপৰা এতিয়ালৈকে তাৰ পেটত একো এটাই পৰা নাই। যোৱাৰাতি ঘৰত চাউল নাছিল।…তাৰ তলৰ গাভৰু ভনী দুজনী, সৰু সৰু ভায়েক তিনিটাক আগত লৈ নিঃসহায় দৃষ্টিৰে মাকে শূন্য আখললৈ চাই চাই

বোধহয় ক্ষণ গণিছিল—কেতিয়াকৈ বাতি পুৱাব? চিৰাচৰিত প্ৰথামতে দেউতাক দেবেন্দ্ৰপতি ভট্টাচাৰ্য্যই বোধহয় টোপনি অগাৰ ভাও ধৰি থাকিও ভোকৰ জ্বালাত বাঁহৰ চাঙখনত ইলুটি সিলুটি কৰি কৰি হিচাপ কৰিছিল কেতিয়াকৈ অহা মাহৰ তিনি তাৰিখ পাব, কেতিয়াকৈ তেওঁ পেন্সনৰ টকা এশ নিবহি।···আৰু সোমনাথে? তাৰ কোঠাত সোমাই সোমাই ভাবিছিল কাইলৈ কি কৰা যাব? মিউনিচিপালিটি অফিচত এটা ভেকেন্সী আছে, কাক কলে সুবিধা হবগৈ···। বাতিটোও এটা সময়ত পুৱাই গল আৰু চাহৰ নামত সুদা গৰমপানী এবাটি খায়েই সোমনাথো সাজু হল তাৰ নিত্য-নৈমিত্তিক অভিযানৰ বাবে। পায়জামা আৰু পাঞ্জাবীটো পিন্ধি সি খন্তেক চোতালৰ আগত বৈছিলহি মাত্ৰ, মাকে নিঃশব্দে আহি তাৰ হাতত মোনাখন গুজি দি গলহি। —মুখেৰে একো নেমাতিলেও মাকৰ চকুহাললৈ চায়েই সি মুখৰ ভাষা বুজি পালে। সি জানে মুখেৰে মতা হলেও মাকে একেখিনি কথাকেই দোহাৰিলে-হেঁতেন—"পাৰ যদি কিবা এটা যোগাৰ কৰিবি, নোৱাৰিলেতো নায়েই।··· তলমূৰকৈ মোনাখন হাতপাতি ললেও সোমনাথে জানে—মাকেও জানে কিবা এটা আনিবলৈ তাৰ হাতত পাঁচ পইচা এটাও নাই। আৰু বাকীৰ কথাতো ভাবিবই নোৱাৰি—আগৰ বাকীবোৰ শোধ কৰিলেহে।

সোমনাথে পাঞ্জাবী চোলাটোৰ মোনাত সুমাই থোৱা বেগখন উমানতে পিটিকি চালে। বেগটো ঠিকেই আছে কিন্তু তাত কিবা এটা ভৰোৱাটোহে নহ'লগৈ। সোমনাথে জানে ঘৰৰ একমাত্ৰ বজাৰ কৰা বেগটোও সিয়ে লৈ অহা মানে ঘৰৰ বাকী সাতোটা প্ৰাণীয়ে তালৈ এতিয়া আগ্ৰহেৰে বাট চাই আছে—যেনেতেনে সি কিবা নহয় কিবা এটা নিবই। আকাশলৈ সি মূৰ দাঙি চালে। বেলিটো ক্ৰমে বেঁকাৰপৰা বেঁকা হৈ হালি যাব ধৰিছে। তাৰ মানে দুই বা তিনি বাজো বাজো। ঘৰলৈ মনত পৰিল সোমনাথৰ···। পদূলিৰ কাঞ্চনজোপাৰ তলত এতিয়ামানে চাগৈ ভনীয়েক দুজনীয়ে তালৈ বাট চাই থিয় হৈ আছে; পানী উতলাই বহি থকা মাকক হয়তো আটাইতকৈ সৰু ভায়েকটোৱে আমনি কৰিছে—"মা, ককাইদেউ কেতিয়া আহিব, তুমি সোনকালে আহিবলৈ নকলা কিয়?"

সোমনাথ ভালেখিনি অন্যমনস্ক হৈ পৰিছিল। পিচৰ মানুহজনে গাত ধৰি জুবাৰমান হেঁচুকি দিয়াতহে তাৰ সম্বিৎ ফিৰি আহিল। যথেষ্ট ৰুক্ষ মাতেৰে মানুহজনে তাক কলে, "হেৰি ইমানপৰে আপুনি দেখোন মনে মনেই আহি আছে।



মুখৰ মাত নোহোৱা হ'ল নেকি? ইপিনে ইমানপৰে চিঞৰি চিঞৰি আমি মুখৰ মাত নোহোৱা কৰি দিলোঁ।" . . . যথেষ্ট অপৰাধী অপৰাধী ভাবেৰে সোমনাথে মানুহজনলৈ চালে, তাৰ পিচত ভাবিলে, হয়তো ইমানপৰ মনে মনে আহি সি যথেষ্ট অন্যায় কৰিছে। সঞ্জয়েতো তাক কৈছিল—"তই একো কৰিব নালাগে, মানুহবোৰৰ লগে লগে সুৰ মিলাই চিঞৰি গলেই হব—বাচ্ মিটিং শেষ হলেই প্ৰীতি-ভোজ।" এৰা, ইমানদূৰ মনে মনে আহি সি যথেষ্ট অন্যায় কৰিছে। ছিঃ ছিঃ প্ৰীতি-ভোজৰ সময়ত যদি কোনোবাই তাক কয়—গোটেই ৰাস্তাটো তুমি মনে মনে আহিলা, এতিয়া খাবৰ পৰত একেবাৰে গোগ্ৰাসে ধৰিছা। মনে মনে অত্যান্ত লজ্জিত হল সোমনাথ। এইবাৰ সি উৎকৰ্ণ হৈ বাট চাই বল সমুখৰপৰা আৱাজ অহালৈ।

শোভাযাত্ৰাটো গৈয়েই আছে। কলেজ ৰোড, বিদ্যাপুৰ, নতুন বজাৰ, তাৰ পিচত 'আনন্দ টকীজ' হৈ ছোৱালী স্কুল ৰোড্। শোভাযাত্ৰাটো গৈয়েই আছে।

এতিয়া দিনৰ ঠিক আঢ়েটা। ওপৰত সূৰ্য্যৰ প্ৰখৰ ৰ'দ—তলত ৰ'দৰ তাপত গলা পিট্‌চ। খোজ কাঢ়ি কাঢ়ি মানুহবোৰ ক্ৰমে লেবেজান হৈ পৰিছে। সমুখৰ নেতাজনৰ চিঞৰো ক্ৰমে ক্ৰমে ঢিলা হবলৈ আৰম্ভ কৰিছে, ৰৈ ৰৈ আগতকৈ যথেষ্ট অনুচ্চভাৱে তেওঁ শ্লোগানটো আৰম্ভ কৰিছে আৰু আগতকৈ আধা জোৰেৰে মানুহবোৰে সঁহাৰি দিছে—'জিইনদাবাদ্—জিইনদাবাদ্।

সোমনাথে বেঙা মেলি চালে ক'ৰবাত সঞ্জয়ক দেখে নেকি। সঞ্জয়ক দেখিলেই সি সুধিব আৰু কিমানদূৰ কিমান সময় এনেকৈ সিহঁত গৈ থাকিব লাগিব? কিন্তু এইবাৰ বিস্ময়ত সোমনাথৰ চকু ডাঙৰ ডাঙৰ হৈ গ'ল যেতিয়া সি দেখিলে অকল সিয়েই নহয়, শোভাযাত্ৰাটোৰ শাৰীত গৈ থকা মানুহবোৰ আগৰদৰে কোনেও ছিৰিয়াছ হৈ থকা নাই, ইফালে সিফালে ঘূৰি ঘূৰি চাবলৈ আৰম্ভ কৰিছে, নাইবা ইজন সিজনৰ মাজত কথা পতা আৰম্ভ কৰি দিছে। মাজে মাজে কেৱল বজাৰত যাদু দেখুওৱা মানুহজনে ভেল্কী লগাই থোৱা লৰাটোক কিবা এটা সুধিলেই চিঞৰি চিঞৰি যেনেকৈ লৰাটোৱে টপকৈ উত্তৰ দিয়ে তেনেকৈ মন্ত্ৰমুগ্ধৰ দৰে মানুহখিনিয়ে সমুখৰ নেতাজনৰ চিঞৰত ৰৈ ৰৈ সঁহাৰি দি গৈছে—জিইনদাবাদ জিইনদাবাদ্। সোমনাথে সকলো লক্ষ্য কৰিলে। কিন্তু এটা কথা লক্ষ্য কৰিহে সি আচৰিত হোৱাতকৈও ৰোমাঞ্চিত হ'ল বেছি যে শোভাযাত্ৰাটোত অহা বাকীসকলৰো প্ৰায়ভাগৰ চকুতে জ্বলন্ত ক্ষুধাৰ অগনি, পেটত অত্যুগ্ৰ ভোকৰ জ্বালা। তাৰ মানে—, সচকিত সোমনাথে লগে

লগেই অনুমান কৰিলে—ৰাজনীতিৰ স্বাৰ্থতকৈও এই সকলোচাম মানুহৰে প্ৰীতি-ভোজৰ স্বাৰ্থটোহে অধিক; প্ৰত্যেকেই তাৰ মানে সি যেনেকৈ সঞ্জয়ৰ প্ৰলোভনত পৰি শোভাযাত্ৰাটোত যোগ দিছে—আন কাৰোবাৰ কাৰোবাৰ প্ৰলোভনত পৰিহে শোভাযাত্ৰাটোত যোগ দিছে। প্ৰত্যেকৰে মোনাত তেনেহলে তাৰ দৰে একোখন থালি বজাৰ কৰা বেগ লুকাই থোৱা আছে? প্ৰত্যেকেই তেনেহলে তাৰ দৰে ৰাতিপুৱাই চাউল বিচাৰি আহিছিল?

যাকে হাতত গুজি দিয়া বজাৰ কৰা বেগখন হাতত লৈ সিও বজাৰ অভিমুখে ৰাতিপুৱাই পোনাইছিল। কিন্তু বজাৰ পাইহে তাৰ মনত পৰিল বজাৰ সিদিনা বন্ধ। চহৰৰ বাওঁপন্থী দল এটাৰ আহ্বানক্ৰমে বজাৰত আজি হৰতাল পালন কৰা হৈছে। এনেই হৰতাল, তাতে আকৌ বাকী! ভাবি ভাবি তাৰ মূৰ ঘূৰাই গ'ল। এতিয়া কি কৰা যায়? বজাৰত তো এখন দোকানো খোলা নাই, আৰু থাকিলেই যেনিবা, আজি তাক বাকী দিয়াতো দূৰৰ কথা, বাকী খোজাৰ কথাও সি ভাবিব নোৱাৰিলে। কিন্তু কি হব, হৰতাল পালন কৰিবলৈ দিয়া মানুহখিনিয়েতো বুজি চোৱা নাই কোন দেবেন্দ্ৰপতি ভট্টাচাৰ্য্যৰ পৰিয়ালে যোৱানিশাৰপৰাই চাউল চাউল বুলি অনাহাৰে বৈ আছে। বেগখন পাঞ্জাবীৰ মোনাত সুমাই সি লাহেকৈ ৰাস্তাৰ দাঁতিত থিয় হ'ল। তাৰ পিচত মিউনিচিপালিটি অফিচলৈকে যাওঁ বুলি সি ভৰি পোনাইছিলহে মাত্ৰ, অদূৰৰপৰা ভাঁহি অহা এটা লেনীয়া সুৰে তাক মন্ত্ৰমুগ্ধৰ দৰে ৰখাই দিলে। গিৰগিৰকৈ বাটলৈ ওলাই অহা মানুহবোৰৰ লগত সিও উৎকৰ্ণ হৈ চাই ৰ'ল যিফালৰপৰা সুৰটো আহিছে—সেইফাললৈ।

ষ্টেচনত বৈ থকা যাত্ৰীয়ে যেনেদৰে বহু দূৰত আহি থকা ট্ৰেইনখনৰ ধোঁৱা, তাৰ পিচত উকিৰ শব্দ আৰু ঘচ্‌ঘচাই অহা ইঞ্জিনটোৰ সৈতে ট্ৰেইনখনলৈ ব্যাকুলভাবে চায়, তেনেদৰে বৈ থকা সোমনাথেও প্ৰথমে দেখিলে ৰঙা ৰঙা উৰি থকা কেইখনমান পতাকা, তাৰ পিচত বুকুত প্ৰকাণ্ড বেজ মাৰি থকা নেতাজন আৰু তাৰ পিচত শাৰীপাতি আহি থকা মানুহবোৰ। শোভাযাত্ৰাটো আহি যিমানে ওচৰ পালে বৈ থকা সোমনাথৰ ব্যগ্ৰতাও সিমানে বাঢ়িবলৈ ধৰিলে: 'এতিয়া বা কি হয়—এতিয়া বা কি হয়? শোভাযাত্ৰাটো ওচৰ পাওঁতেই সি আচৰিত হৈ দেখিলে তাৰ লগৰ বহুকেইজনো শোভাযাত্ৰাটোৰ শাৰীত গৈ আছে, কিন্তু সোমনাথে বিস্ময়তে ফাটি পৰিব খুজিলে যেতিয়া সি দেখিলে এসময়ত কলেজত Lady Boy বুলি জোকোৱা সঞ্জয়ো শোভাযাত্ৰাটোত আছে।



অকল থকাই নহয়, এসময়ত কথা কবলৈকো লাজ কৰা সঞ্জয়ে বুকুত এটা ৰঙা বেজ মাৰি শোভাযাত্ৰাটোৰ নেতৃত্বও কৰিছে।

সোমনাথে ভাবিবলৈ ধৰিছিল কেনেকৈ সিও সঞ্জয়ৰ প্ৰলোভনত বৈ থকাৰ পৰা শোভাযাত্ৰাৰ শাৰী পালেহি। কিন্তু পিচৰ মানুহজনে উজুটি খাই তাৰ গাত চিটিকি পৰাত তাৰ ভাবৰ আঁত হেৰাই গ'ল। সি লগে লগেই মানুহজনলৈ উলটি চালে। তাৰ মানে এই মানুহজনেও তাৰ দৰে যোৱাৰাতিৰপৰা একো খোৱা নাই নেকি? তাৰ মানে সঞ্জয়ে তাক কোৱাদি এই মানুহজনকো কোনোবাই কৈছে নেকি—"ৰাজনীতি-চাজনীতি তই বাদ দে। আমাৰ লাভ তই গলে আমাৰ মিটিংখনত মানুহ এজন বাঢ়িব আৰু তোৰ লাভ মিটিংখনৰ শেষত প্ৰীতি-ভোজত এসাজ ভালকৈ খাব পাৰিবি।" সোমনাথে লগে লগে ভাবিলে, তাৰ মানে এই মানুহজনেও তাৰ দৰেই বজাৰৰ মাজত বৈ বৈ শোভাযাত্ৰাটো চাই আছিল আৰু তাৰ দৰেই কেনেবাকৈ এই প্ৰীতিভোজৰ তাড়নাতে এই মানুহজনো আহি শোভাযাত্ৰাটোৰ শাৰী পালেহি।

ছোৱালী হাইস্কুল পাৰ হৈ শোভাযাত্ৰাটো গৰ্ডন ফিল্ড অভিমুখে পোনাইছিল। সঞ্জয়ে কোৱামতেই শোভাযাত্ৰাটো গৈ গৈ গৰ্ডন ফিল্ডত ৰবগৈ আৰু তাতেই মিটিংখনো অনুষ্ঠিত হব।

মানুহবোৰ ক্ৰমে ক্ৰমে অতীষ্ঠ হৈ পৰিছিল।

আৰু সোমনাথ? হয়তো এনেদৰে কিছুদূৰ আকৌ খোজকাঢ়িব লগা হলে ভোকতে সি মাটিত পৰি যাব। ভাবিয়েই অচিন ভয়ত সি শিয়ৰি উঠিল। তাৰ মনত পৰিল দেউতাক দেবেন্দ্ৰপতি ভট্টাচাৰ্য্য পেন্সনৰ টকা নিবলৈ আহি কেনেদৰে এদিন ৰাস্তাতে মূৰ ঘূৰাই পৰি গৈছিল। কেনেদৰে ক'ৰবাৰ অচিন এসোপা মানুহে ধৰি ধৰি তেওঁক আকৌ নি ঘৰত থৈ আহিছিলগৈ। বহুতে বহুত বেমাৰৰ নাম কলেও সোমনাথে জানিছিল বাপেকৰ সিদিনা একো অসুখ হোৱা নাছিল। দুদিন একো নোখোৱাকৈ থাকি ঘৰৰপৰা তিনিমাইল খোজ কাঢ়ি কাঢ়ি বৈ বৈ পিচবেলা আকৌ ঘূৰি যাব লগা হোৱাত দেউতাকৰ পচপন্ন বছৰীয়া দেহাই কোনোমতে সহ কৰিব নোৱাৰিলে আৰু কব নোৱাৰাকৈয়ে মূৰ ঘূৰাই ৰাস্তাতে পৰি গ'ল। এইখিনিতে—ঠিক এইখিনিতে ক'ৰবাত দেউতাকে পেন্সন নিবলৈ অহা অফিচটো আছে।

সোমনাথে মূৰ ঘূৰাই ইফালে সিফালে অফিচটো দেখে নেকি চাইছিল। হঠাৎ 'পালো' 'পালো' চিঞৰত তাৰ তন্ময়তা ভাঙি গ'ল। সোমনাথেও

ব্যগ্র হৈ বেঙা মেলি চালে। হয়, শোভাযাত্রাটো আহি গৰ্ডন ফিল্ড পাইছেহি। শোভাযাত্রাটোৰ সমুখত গৈ থকা নেতাজনে লাইনটো ফিল্ডৰ পিনে ঘূৰাই দিছে।

পাৰ পাবলৈ ধৰা নাৰবৌয়াই থৰকৈ ডাঁৰ মৰাদি মানুহবোৰে প্ৰবল উন্মাৰে চিঞৰিবলৈ আৰম্ভ কৰিলে। গাৰ সৰ্ব শক্তিৰে তেওঁলোকে অনৰ্গল চিঞৰেৰে আকাশ কঁপাবলৈ ধৰিলে—ইন্‌কিলাব্ জিইনদাবাদ্। ইন্‌কিলাব্ জিইনদাবাদ্।

এটা সময়ত সভাৰ কাম আৰম্ভ হৈ গ'ল। সোমনাথে দেখিলে তাৰ দৰে কাৰো সভাত থুপ খাই মাটিতে বহি থকা বক্তাসকলৰ বক্তৃতাত মতি নাই। প্ৰত্যেকৰে নিচা আৰু আকৰ্ষণ সভাৰ সৰ্বশেষ অনুষ্ঠান প্ৰীতিভোজৰ ওপৰতহে।

কিন্তু বেছি সময় সোমনাথ ৰবলগা নহ'ল। তেতিয়া মিটিঙৰ প্ৰায় শেষ পৰ্য্যায়। সৰ্বশেষ বক্তা এসময়ৰ Lady Boy সঞ্জয় কবলৈ থিয় হৈছিল, আৰু বাকী কাৰো বক্তৃতা নুশুনিলেও সঞ্জয়েনো কি কয় শুনিবলৈ প্ৰবল উৎসুকতাৰে সোমনাথ সাজু হৈছিল মাত্ৰ, অকাল ধুমুহা অহাদি হোঁ-হোঁৱাই পুলিচ ভেন তিনিখন ফিল্ডৰ এচুকত আহি দেখা দিলে। সুসজ্জিত পুলিচ ভেনকেইখনৰ শব্দ শুনিয়েই বহি থকা মানুহবোৰ গিৰিপকৈ থিয় হ'ল আৰু যিয়ে যিফালে পাৰে পলাবলৈ ধৰিলে। 'পুলিচ' 'পুলিচ' আবাৱ কৰি প্ৰাণটাকি দৌৰা মানুহবোৰ দেখি সোমনাথৰ বেজাৰ লাগক চাবি হাঁহিহে উঠিল। আনকি অলপ আগেয়ে প্ৰবল উন্মাত চিঞৰি বক্তৃতা দিয়া নেতাকেইজনো যেতিয়া তাৰ আগেদিয়েই দৌৰি দৌৰি পলাই গ'ল, সকলো পাহৰি সোমনাথে হোঁ-হোঁৱাই হাঁহিবলৈ ধৰিলে। সোমনাথৰ পিচে পিচে আহি থকা মানুহজনে তাক কেবাবাৰো হাতত ধৰি টানিছিল কিন্তু সি তেনেকৈয়ে বহি থকাত মানুহজনেও তাক এৰি গুচি গলগৈ। আৰু সোমনাথ অচল-অটলভাবে আগৰ ঠাইত বহিয়েই ৰল। প্ৰবল বিস্ময়াভিভূত সোমনাথে দেখিলে আৰু এটা মানুহ তেতিয়াও অটলভাবে থিয় দি আছে। সেয়া অলপ আগতে বক্তৃতা দিবলৈ থিয় হোৱা সঞ্জয়।

আৰু এটা সময়ত পুলিচৰ ভেনখনত সঞ্জয়ৰ কাষত বহি হেন্দুলি হেন্দুলি আহি থকা সোমনাথৰ একো মনত নপৰিল। পাঞ্জাবীটোৰ মোনাৰপৰা সি বজাৰ কৰা বেগখন উলিয়াই লৈ চকুৰ আগত দাঙি ধৰিলে আৰু বেগখনৰ গাত প্ৰতিবিম্ব দেখাদি সি জুমি জুমি চাবলৈ ধৰিলে দেউতাক, মাক আৰু ভায়েক-ভনীয়েকহঁতৰ মুখকিখন।